# অসমৰ জনগোষ্ঠীৰ ছন্দোবদ্ধ পৰিচয়



• ডঃ গণেশ চন্দ্ৰ শৰ্মাঠাকুৰ •

**ASAMAR JANAGOSTHIR SANDOBADDHA PARICHOY** an Anthropological poetic profile of twenty five ethnic communities of Assam, both hills and plains, composed by **Dr. Ganesh Chandra Sharma Thakur.** Pages - 138 *Price - Rs.* ***50.00***

প্ৰথম প্ৰকাশ : ২০০৮

প্ৰকাশক : ড° গণেশ চন্দ্ৰ শৰ্মাঠাকুৰ

প্ৰচ্ছদ : ড° গণেশ চন্দ্ৰ শৰ্মাঠাকুৰ

মুদ্ৰক : অসমী প্ৰিণ্টাৰ্ছ, চানমাৰি, গুৱাহাটী - ৩

ডি. টি. পি. : আৰ্কটেক, গুৱাহাটী - ২২

মূল্য : ৫০.০০ (পঞ্চাশ টকা)

# প্ৰস্তাৱনা

জনগোষ্ঠীয় গৱেষণা সংক্ৰান্তত অসম জনজাতি গৱেষণা প্ৰতিষ্ঠান, পিছলৈ অসম জনজাতি আৰু অনুসূচিত জাতি গৱেষণা প্ৰতিষ্ঠানৰ ত্ৰিশ বছৰীয়া চাকৰী কালত অসমৰ পাহাৰ ভৈয়ামৰ বিভিন্ন জনগোষ্ঠীৰ লগত প্ৰত্যক্ষ সম্পৰ্ক ৰাখিব লগা হৈছিল আৰু সেই অভিজ্ঞতাৰ ভিত্তিতে অসমৰ জনগোষ্ঠীৰ নৃতাত্বিক গৱেষণামূলক প্ৰবন্ধ অসম তথা ভাৰতৰ বিশ্ববিদ্যালয় আৰু গৱেষণা প্ৰতিষ্ঠানৰ আলোচনা চক্ৰৰ সম্পাদিত পুস্তকত তথা অসমৰ কেবাখনো অসমীয়া আৰু ইংৰাজী কাকতত প্ৰকাশ হৈছিল। ইয়াৰ উপৰিও অসম জনজাতি আৰু অনুসূচিত জাতি গৱেষণা প্ৰতিষ্ঠানৰ অসমৰ প্ৰায় সমূহ জনগোষ্ঠীৰ ওপৰত ক্ষেত্ৰভিত্তিক অধ্যয়ন পুষ্ট Tribes of Assam Part I, II সম্পাদিত গ্ৰন্থত কেবাটিও প্ৰবন্ধ প্ৰকাশ হৈছিল। অসমীয়া ভাষাত ছাত্ৰ-ছাত্ৰীয়ে থাওকতে পোৱাকৈ হাতপুথিৰ আকাৰত সমূহ জনগোষ্ঠীক সামৰি কোনো পুস্তক ওলোৱা মনত নপৰে। বোধহয় সেই কাৰণেই চাকৰী সংক্ৰান্তত প্ৰতিষ্ঠানত সাক্ষাৎকাৰ দিবলৈ অহা বহুত ছাত্ৰ-ছাত্ৰীৰ অসমৰ নৃগোষ্ঠীৰ সম্যক জ্ঞান বাদেই, প্ৰাথমিক জ্ঞানো তেনেই কম হোৱা মন কৰিছিলো। প্ৰায় ছাত্ৰ-ছাত্ৰীয়ে নিজৰ জিলাত, সদৰত বা গাঁৱৰ ওচৰত থকা দুই এক জনগোষ্ঠীৰ বাহিৰে অসমৰ বাকী জনগোষ্ঠীৰ একো খা-খবৰ নেৰাখে। বহুত সময়ত জনগোষ্ঠীৰ চাৰিত্ৰিক বৈশিষ্ট্য নজনাৰ হেতু অজনগোষ্ঠীলোকৰ অপ্ৰীতিকৰ মন্তব্যৰ দ্বাৰা জনগোষ্ঠীৰ লোক তথা ছাত্ৰ-ছাত্ৰী ক্ষুণ্ণ হোৱাও মন কৰিছিলো।

এই পটভূমিতেই চেমনীয়া ছাত্ৰ-ছাত্ৰীৰ সহজবোধ্য হোৱাকৈ অসমৰ প্ৰতিটো জনগোষ্ঠীৰ একোটি চমু নৃ-তাত্বিক পৰিচয় সূচক কবিতা প্ৰকাশ কৰিবলৈ এতিয়াৰ পৰা প্ৰায় কুৰি বছৰৰ আগেয়ে এক প্ৰচেষ্টা হাতত লোৱা হৈছিল আৰু এই পৰিচয়সূচক কবিতাৰ চাৰিটা (বড়ো, ৰাভা, মিছিং, তিৱা) সাপ্তাহিক অগ্ৰদূত কাকতত প্ৰকাশ হৈছিল। বৰ্তমান পুস্তক খনিত পূৰ্বে প্ৰকাশিত কবিতা কেইটাৰ লগত আৰু একুৰি এটা কবিতা যোগ দি অসমৰ অনুসূচীত আৰু অনুসূচীত নোহোৱা অথচ জনগোষ্ঠীয় চৰিত্ৰ অটুট ৰাখিবলৈ সমৰ্থ হোৱা জনগোষ্ঠী সমূহৰ পৰিচয় সন্নিবিষ্ট কৰা হৈছে।

চেমনীয়াসকলৰ সহজবোধ্য হোৱাকৈ পুথি খনি যুগুত কৰা হৈছে যাতে তত্বগধুৰ নৃতাত্বিক সুত্ৰ সম্বলিত গ্ৰন্থ নপঢ়াকৈও অসমৰ নৃগোষ্ঠীৰ পৰিচয় সাধাৰণ ভাবে লাভ কৰিব পাৰে। জনগোষ্ঠীৰ পৰিচয় নতুন পুৰুষৰ মাজত বিশেষভাবে প্ৰাসঙ্গিক হৈছে। অসমৰ সাম্প্ৰতিক সমস্যা জৰ্জৰিত পৰিস্থিতিত, বিশেষকৈ অসমৰ সন্মুখত দেখাদিয়া সম্ভাব্য অস্তিত্বৰ সংকট মোচন কৰিবলৈ হ'লে সমূহ খিলঞ্জীয়া অসমীয়াই মাৰ বান্ধি থয় হ'ব লাগিব, জনগোষ্ঠী সমূহৰ এই বিষয়ত দায়িত্ব গধুৰ কাৰণ অসমক গঢ় দিছিল তেওলোকেই। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত, অসমীয়া পৰম্পৰাগত সংস্কৃতিত

জনগোষ্ঠীৰ অৱদান অসীম। জনগোষ্ঠী-অজনগোষ্ঠীৰ এক সামূহিক চেষ্টাৰে আমি সংকট সমাধান কৰিব পাৰিম। মাতৃভাষা জনগোষ্ঠীভেদে বিভিন্ন হ'লেও, স্বায়ত্ব শাসনেৰে জনগোষ্ঠীয় গোট হ'লেও তেওঁলোক মূলতঃ অসম মাতৃৰ সন্তান। অজন গোষ্ঠীয়ে লোকৰো এই ক্ষেত্ৰত দায়িত্ব আছে। জনগোষ্ঠীসকলৰ কৃষ্টি,সংস্কৃতি, ভাষা চাৰিত্ৰিক বৈশিষ্ট আদিৰ সম্যক পৰিচয়ৰে 'বৰককাই' মানসিকতা পৰিত্যাগ কৰি এখন শান্তি সমৃদ্ধিৰ অসম গঢ়াত জনগোষ্ঠীৰ লগত হাতত হাত মিলাই আগবাঢ়িলে সম্ভাব্য সংকটৰ ভয় নেথাকে।

পুস্তক খনি যুগুত কৰোতে অসম জনজাতি আৰু অনুসূচিত জাতি গৱেষনা প্ৰতিষ্ঠানৰ দ্বাৰা প্ৰকাশিত আৰু প্ৰতিষ্ঠানৰ সঞ্চালক প্ৰয়াত ড° বুদ্ধীন্দ্ৰ নাথ বৰদলৈ আৰু যুটীয়া সঞ্চালক ড° গনেশ চন্দ্ৰ শৰ্মা ঠাকুৰৰ দ্বাৰা সম্পাদিত অসমৰ জনগোষ্ঠী প্ৰথম আৰু দ্বিতীয় খণ্ড (Tribes of Assam, Part I and Part II) আৰু ড° বুদ্ধীন্দ্ৰ নাথ বৰদলৈ (প্ৰয়াত) ৰ দ্বাৰা ৰচিত অসমৰ জনগোষ্ঠী তৃতীয় খণ্ডৰ (Tribes of Assam, Part III) সহায় লোৱা হৈছে। বৌদ্ধ জনগোষ্ঠী সমূহ যেনে টাই ফাকে, টাই আইটনীয়া, টাই তুৰুং, টাই খামতিৰ ক্ষেত্ৰত লেখকৰ পূৰ্ব প্ৰকাশিত গ্ৰন্থ The Tai Phakes of Assam, আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত বিশ্বকোষ অষ্টম খণ্ডৰ এই লেখকৰ টাই জনগোষ্ঠীৰ প্ৰবন্ধ সমূহৰ সহায় লোৱা হৈছে। চিংফৌ আৰু দোৱনীয়াৰ তথ্য খিনি অসম জনজাতীয় গৱেষণা প্ৰতিষ্ঠান খিলঙৰ দ্বাৰা প্ৰকাশিত লেখকৰ 'The Plains Tribes of Lakhimpur, Dibrugarh, Sibsagar and Nagaon' পুস্তক খনৰ পৰা লোৱা হৈছে।

পদ্যৰে জনগোষ্ঠীসমূহৰ ছবি খন ফুটাই তোলা কষ্টসাধ্য। প্ৰয় কুৰি বছৰৰ আগতে সাপ্তাহিক অগ্ৰদূত কাকতৰ সম্পাদক পৰম শ্ৰদ্ধেয় শ্ৰীযুত কনকসেন ডেকা দেৱে বড়ো, ৰাভা, মিছিং, তিৱা জনগোষ্ঠীৰ কবিতা কেইটি চেমনীয়াৰ চ'ৰাত প্ৰকাশ কৰি আমাক সমূহ জনগোষ্ঠীৰ বিষয়ে যুব ছাত্ৰ ছাত্ৰীৰ উপযোগীকৈ লিখি উলিয়াবলৈ উদগনি যোগাইছিল আৰু বৰ্ত্তমানৰ পৰিচয় সংকলনটি তাৰেই ফলশ্ৰুতি। পুথিখন ছাত্ৰ-ছাত্ৰী আৰু যুৱ সমাজে আদৰি ল'লে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

পুথিখনি প্ৰকাশ কৰাত পৰিয়ালৰ সকলোৰে সহায় সহযোগিতা লাভ কৰাত তেওঁলোকলৈ চেনেহ আশীৰ্ব্বাদ থাকিল।

পুথিখনিৰ প্ৰকাশত শ্ৰীপৰেশৰ শৰ্মাৰ দ্বাৰা প্ৰভূত সহায় লাভ কৰাত তেখেতলৈ মোৰ আন্তৰিক শলাগ যাচিলো।

ড° গণেশ চন্দ্ৰ শৰ্মাঠাকুৰ

# পাতনি

প্ৰাগৈতিহাসিক যুগৰে পৰা প্ৰাগজ্যোতিষ, পিছলৈ কামৰূপ আৰু অসম নামে জনাজাত, আমি বাস কৰা এই ভূ-খণ্ডত কিছুমান মংগোলীয় প্ৰজাতিৰ জনগোষ্ঠীয়ে বাস কৰি আহিছে। এই জনগোষ্ঠীসমূহক মহাভাৰত কাব্যত 'কিৰাত' বুলি উল্লেখ কৰিছে। আধুনিক যুগত ব্ৰিটিছসকলে ভাৰতবৰ্ষ শাসন কৰোঁতে লক্ষ্য কৰিছিল যে — কিৰাতসকলকে ধৰি ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত বহুতো অতি প্ৰাচীন জনগোষ্ঠী আছে, যিসকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱন কিছু পৰিমাণে আদিম প্ৰকৃতিৰ আৰু যিসকলে সাধাৰণতে আওহতীয়া, হাবি-বন থকা ঠাই, পাহাৰ আদিত বাস কৰে। তেওঁলোকে এই জনগোষ্ঠীসমূহক বনবাসী জনজাতি (forest tribes), আদিম জনজাতি (primitive tribes) বা পিছপৰা জনজাতি (backward tribes) বুলি উল্লেখ কৰিছিল। এনে জনগোষ্ঠীসমূহক চিনাক্ত কৰি তেওঁলোকৰ তালিকা প্ৰস্তুত কৰা কাম ব্ৰিটিছসকলেই আৰম্ভ কৰিছিল। একে প্ৰজাতিৰ জনগোষ্ঠী হ'লেও যিসকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱন আদিম প্ৰকৃতিৰ নাছিল, সেই জনগোষ্ঠীসমূহ তেওঁলোকে তালিকাত অন্তৰ্ভুক্ত নকৰাৰ নীতি গ্ৰহণ কৰিছিল।

স্বাধীন ভাৰতত 'অনুসূচিত জনজাতি' (Scheduled tribes) ৰ তালিকা প্ৰথমবাৰৰ বাবে প্ৰকাশ কৰা হৈছিল ১৯৫০ চনত। এইখিনিতে এই গ্ৰন্থৰ চেমনীয়া পঢ়ুৱৈসকলে জানি থ'ব পাৰে যে ভাৰতবৰ্ষৰ প্ৰত্যেক ৰাজ্যৰ বাবে 'অনুসূচিত জনজাতি'ৰ তালিকা আছুতীয়াকৈ প্ৰস্তুত কৰা হয়, আৰু কিছুমান ৰাজ্যত কিছুমান জিলা বা অঞ্চলৰ বাবেও আছুতীয়া তালিকা কৰা হয়। গতিকে আমাৰ ৰাজ্য অসমৰ বাবে অনুসূচিত জনজাতিৰ এখন আছুতীয়া তালিকা আছে আৰু কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ — এই পাহাৰীয়া জিলা দুখনৰ বাবেও অনসূচিত জনজাতিৰ বেলেগ তালিকা কৰা হৈছে। প্ৰধানকৈ ভৈয়ামত বাস কৰা জনজাতিসমূহক ভৈয়ামৰ অনুসূচিত জনজাতি Scheduled tribes (plains) আৰু প্ৰধানকৈ পাহাৰত বাস কৰা জনজাতিসমূহক পাহাৰীয়া অনুসূচিত জনজাতি Scheduled tribes (Hills) আখ্যা দিয়া হৈছে।

১৯৫০ চনত প্ৰকাশ কৰা তালিকাখন ভাৰতবৰ্ষৰ কেন্দ্ৰীয় চৰকাৰে ইতিমধ্যে ১৯৫৬ চনত এবাৰ, ১৯৭৬ চনত দ্বিতীয়বাৰ আৰু শেহতীয়াভাৱে ২০০২ চনত সংশোধন কৰিছে। ২০০২ চনৰ সংশোধন অনুসৰি অসমত এতিয়া ১৪টা ভৈয়ামৰ অনুসূচিত জনজাতি আৰু ১৫টা পাহাৰীয়া অনুসূচিত জনজাতি আছে। ২০০১চনৰ লোকপিয়ল অনুসৰি ভৈয়ামৰ অনুসূচিত জনজাতি আৰু পাহাৰীয়া অনুসূচিত জনজাতি সকলোবোৰ মিলি মুঠ জনসংখ্যা ৩৩,০৮,৫৭০ (অৰ্থাৎ প্ৰায় চৌত্ৰিশ লাখ)।

চেমনীয়া পঢ়ুৱৈসকলৰ মনত এটা প্ৰশ্ন উদয় হ'ব পাৰে ঃ 'অনুসুচিত জনজাতি' (Scheduled tribe) বুলিনো কিয় কয়? ইংৰাজী Schedule শব্দৰ অসমীয়া অৰ্থ 'অনুসূচিত' (Scheduled) বোলা হৈছে।

অসমৰ জনজাতিসকলৰ অধ্যয়নৰ ক্ষেত্ৰত অতি উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা আৰু ক'বলৈ গ'লে সম্পূৰ্ণ কৰ্মজীৱন জনজাতিসকলৰ অধ্যয়নতে আত্মনিয়োগ গ'লে সম্পূৰ্ণ কৰ্মজীৱন জনজাতিসকলৰ অধ্যয়নতে আত্মনিয়োগ কৰা ডঃ গণেশ চন্দ্ৰ শৰ্মা ঠাকুৰে অৱসৰ লোৱাৰ পিছতো জনজাতি-অধ্যয়নৰ ক্ষেত্ৰত বিশেষ আগ্ৰহেৰে কাম কৰি আছে। এতিয়া তেখেতে চেমনীয়াসকলক অসমৰ জনজাতিসমূহৰ লগত চিনাকি কৰাই দিবৰ বাবে এই পুথিখনি যুগুত কৰিছে। আমি মুখেৰে বাৰে-বৰণীয়া অসমৰ কথা সদায় কওঁ, কিন্তু ভিন্ ভিন্ সামাজিক আৰু সাংস্কৃতিক জীৱন যাপন কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ বিষয়ে বিশেষ একো নাজানো। এটা জনগোষ্ঠীৰ লোকে আন এটা জনগোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে বিশেষ একো নজনাটো অতি সাধাৰণ কথা বুলিয়েই ক'ব পাৰি, কিন্তু এতিয়া আমাৰ বহুতেই চহৰমুখী হোৱা বাবে নিজা জনগোষ্ঠীৰ বিষয়েও একাংশ লোকে, বিশেষকৈ চেমনীয়াসকলে, নজনা হৈছে। এইটো বৰ ভাল কথা হোৱা নাই। অসমবাসী আমি সকলোৱে পৰস্পৰে পৰস্পৰৰ সমাজ আৰু সংস্কৃতি সম্পৰ্কে কিছু পৰিমাণে হ'লেও পৰিচিত হোৱা আৱশ্যক। এই আৱশ্যকতাৰ প্ৰতি লক্ষ্য ৰাখিয়েই ডঃ শৰ্মা ঠাকুৰে এই পুথিখনি যুগুত কৰিছে। ছন্দই পঠন আনন্দময় কৰে, বিশেষকৈ শিশু আৰু চেমনীয়াসকলৰ বাবে। গতিকে তেওঁলোকৰ বাবে উপযোগী কৰি যুগুত কৰা এই পুথিখনি পদ্যৰ ছন্দেৰে তেখেতে ছন্দোবদ্ধ কৰিছে। ডঃ শৰ্মা ঠাকুৰ জনজাতি সম্পৰ্কীয় তথ্যগধুৰ কিতাপ আৰু প্ৰবন্ধ লিখা মানুহ। তেনে কিতাপ আৰু প্ৰবন্ধত যিমানবোৰ কথা থাকে, চেমনীয়াসকলে এই পুথিখনিত সিমানবোৰ কথা নিশ্চয় নাপাব। তেওঁলোকে কমেও যিবোৰ কথা বা দিশৰ লগত পৰিচিত হ'ব লাগে, তাৰ ওপৰতহে গ্ৰন্থকাৰে দৃষ্টি ৰাখিছে।

জনজাতীয় সমাজ আৰু সংস্কৃতিৰ কিছুমান বৈশিষ্ট্য হেৰুৱাই পেলোৱা বাবে অসমৰ কিছুমান 'কিৰাত' লোকক ব্ৰিটিছসকলে জনজাতিৰ অনুসূচীত অন্তৰ্ভুক্ত কৰা নাছিল আৰু স্বাধীনতাৰ পিছতো তেওঁলোকক অনুসূচীভুক্ত কৰা হোৱা নাই। অৱশ্যে, এনে কেইবাটাও জনগোষ্ঠীয়ে এতিয়া জনজাতিকৰণৰ বাবে চৰকাৰৰ ওচৰত দাবী জনাই আছে। জনজাতিৰ অনুসূচীভুক্ত নোহোৱা টাই-ফাকে, টাই-খাময়াং আৰু দেওৰীয়া সকলৰ লগতো ডঃ শৰ্মা ঠাকুৰে চেমনীয়াসকলক চিনাকি কৰাই দিছে।

পদ্যসমূহত গৱেষক-পণ্ডিতগৰাকীয়ে সংশ্লিষ্ট ভাষাসমূহৰ কিছুমান শব্দ ব্যৱহাৰ কৰিছে যাতে চেমনীয়াসকলে সেইবোৰ শব্দৰ লগতো পৰিচিত হ'ব পাৰে। প্ৰত্যেক ভাষাৰে একোটা নিজা উচ্চাৰণ ৰীতি থাকে; সেয়ে ঠায়ে ঠায়ে কিছুমান অনা-অসমীয়া

শব্দ অসমীয়া আখৰেৰে লিখোঁতে মূল শব্দৰ সম্পূৰ্ণ শুদ্ধ উচ্চাৰণ ফুটি নুঠিবও পাৰে। কিন্তু যিমানদূৰ সম্ভৱ, গ্ৰন্থকাৰে উচ্চাৰণ অনুসৰি তেনেবোৰ শব্দ লিখিবলৈ যত্ন কৰিছে।

এনে এখন সম্পূৰ্ণ বেলেগ ধৰণৰ পুথি প্ৰণয়ন কৰা বাবে ডঃ শৰ্মা ঠাকুৰ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ। চেমনীয়া পাঠকসকলে পুথিখনি আদৰি ল'লে পুথি প্ৰণেতাৰ শ্ৰম সাৰ্থক হ'ব।

অধ্যাপক টাবু টাইদ

| সূচী | পৃষ্ঠা |
|---|---|
| ১। বড়ো | ১ |
| ২। মিছিং | ৬ |
| ৩। তিৱা | ১০ |
| ৪। ৰাভা | ১৭ |
| ৫। সোনোৱাল কছাৰী | ২২ |
| ৬। দেউৰী | ২৭ |
| ৭। কার্বি | ৩৩ |
| ৮। ডিমাচা | ৩৯ |
| ৯। মেচ | ৪৫ |
| ১০। কাছাৰৰ বর্মন | ৪৮ |
| ১১। (হা) মাৰ | ৫৩ |
| ১২। ৰেংমা নগা | ৫৯ |
| ১৩। জেমী নগা | ৬৫ |
| ১৪। কুকী | ৭৩ |
| ১৫। হাজাং | ৭৮ |
| ১৬। গাৰো | ৮৬ |
| ১৭। খাচী | ৯৩ |
| ১৮। জয়ন্তীয়া | ৯৮ |
| ১৯। টাইফাকে | ১০৩ |
| ২০। টাই খাম্যাং | ১১১ |
| ২১। টাই আইটনীয়া | ১১৫ |
| ২২। চিংফৌ | ১১৯ |
| ২৩। টাই খামতি | ১২৪ |
| ২৪। দোৱনীয়া | ১২৯ |
| ২৫। টাই তুৰুং | ১৩২ |

# অসমৰ জনগোষ্ঠীৰ প্ৰধান বসতিস্থল




অ ৰু ণা চ ল প্ৰ দে শ

ভূটান

ভূটান

পশ্চিম বংগ

বাংলাদেশ

নাগালেণ্ড

মণিপুৰ

ত্ৰিপুৰা

মিজোৰাম

কোকৰাঝাৰ (১)

ধুবুৰী (১) (৩) (৪)

বঙাইগাঁও (১) (৯) (১৫)

বৰপেটা (১)

নলবাৰী (১)

কামৰূপ (১) (৩)

গোৱালপাৰা (১) (৩) (৪) (১০) (১৬)

কামৰূপ (৫) (১৫) (১৬)

দৰং (১) (৩) (৪)

শোণিতপুৰ (১) (২) (৩) (৪) (৬) (৭) (৯)

মৰিগাঁও (৩)

নগাঁও (৩) (৭)

কাৰ্বি আংলং (৩) (৭) (৯) (১১) (১৫) (১৬) (১৭)

কাৰ্বি আংলং (১৮) (১) (৬) (১৫)

উত্তৰ কাছাৰ (৭) (৮) (১১) (১২) (১৩) (১৪) (১৫) (১৬) (১৭) (১৮)

কাছাৰ (১০) (১১)

কৰিমগঞ্জ

হাইলাকান্দি

লখিমপুৰ (২) (৫) (৬) (২৩)

ধেমাজি (২) (৫)

ডিব্ৰুগড় (২) (৫) (৬) (৯) (১৯)

তিনিচুকীয়া (২) (৪) (১৯) ২২) (২৪)

শিৱসাগৰ (২) (৬) (২০) (২১)

যোৰহাট (২) (৬) (২০) (২৫)

গোলাঘাট (২১) (২৫) (৯)

(৩) লুইত

## নিৰ্দেশিকা

(১) বড়ো ঃ কোকৰাঝাৰ, দৰং, ধুবুৰী, বঙাইগাঁও, কামৰূপ, শোণিতপুৰ, নলবাৰী, কাৰ্বি আংলং।

(২) মিছিং ঃ লখিমপুৰ, ধেমাজি, যোৰহাট, ডিব্ৰুগড়, শিৱসাগৰ, শোণিতপুৰ, তিনিচুকীয়া।

(৩) তিৱা ঃ মৰিগাঁও, নগাঁও, কাৰ্বি আংলং।

(৪) ৰাভা ঃ গোৱালপাৰা, ধুবুৰী, দৰং, শোণিতপুৰ, কামৰূপ।

(৫) সোণোৱাল কছাৰী ঃ তিনিচুকীয়া, ধেমাজি, লখিমপুৰ।

(৬) দেউৰী ঃ লখিমপুৰ, ডিব্ৰুগড়, যোৰহাট, শোণিতপুৰ, শিৱসাগৰ আৰু তিনিচুকীয়া।

(৭) কাৰ্বি ঃ কাৰ্বি আংলং, কামৰূপ, নগাঁও, শোণিতপুৰ, উত্তৰ কাছাৰ। (৮) ডিমাচা ঃ উঃ কাছাৰ, কাৰ্বি আংলং।

(৯) মেচ ঃ বঙাইগাঁও, ডিব্ৰুগড়, কাৰ্বি আংলং, গোলাঘাট, শোণিতপুৰ। (১০) কাছাৰৰ বৰ্মণ ঃ কাছাৰ।

(১১) মাৰ ঃ উঃ কাছাৰ, কাছাৰ। (১২) ৰেংমা ঃ কাৰ্বি আংলং।

(১৩) জেমী ঃ উঃ কাছাৰ। (১৪) কুকী ঃ উঃ কাছাৰ।

(১৫) হাজং ঃ কাৰ্বি আংলং, উঃ কাছাৰ, গোৱালপাৰা, বঙাইগাঁও।

(১৬) গাৰো ঃ কাৰ্বি আংলং। (১৭) খাচী ঃ উঃ কাছাৰ, কাৰ্বি আংলং। (১৮) জয়ন্তীয়া ঃ উঃ কাছাৰ, কাৰ্বি আংলং।

(১৯) টাইফাকে ঃ ডিব্ৰুগড়, তিনিচুকীয়া।

(২০) টাই খাম্যাং ঃ শিৱসাগৰ, যোৰহাট।

(২১) টাই আইটনীয়া ঃ শিৱসাগৰ, গোলাঘাট।

(২২) টিংকৌ ঃ তিনিচুকীয়া। (২৩) খামতি ঃ লখিমপুৰ।

(২৪) দোৱনীয়া ঃ তিনিচুকীয়া। (২৫) টাই তুৰুং ঃ যোৰহাট, গোলাঘাট।

মানচিত্ৰ স্কেল অনুযায়ী নহয়

# বড়ো পৰিচয়

দূৰ দৰ্শণত বাগৰুম্বা দেখি
ভতিজাই বিচাৰে বড়োৰ ওৰ,
ক'তনো থাকে বড়ো জনজাতি
উজনিত থাকি নেপাও মোৰ।
ক'লো ভতিজাক কছাৰী সকলো
অসম ভূমিৰে আদিম বাসী,
থাকে নামনিৰ জিলা কিখনত
বড়ো তিব্বত বৰ্মা ভাষী।
কোকৰাঝাৰ জিলা বসতি প্ৰধান
দৰং জিলাতো বাস,
ধুবুৰী আৰু বঙাইগাঁৱতো
আছে বড়োৰ নিবাস।
গোৱালপাৰা আৰু কামৰূপ জিলাত
বড়োৰ বসতি আছে,
শোণিতপুৰ আৰু নলবাৰীতো
বড়ো গাভৰুৱে নাচে।
কাৰ্বিআংলং পাহাৰৰ বড়োৱেও
পৰম্পৰা জীয়াই ৰাখে,
ভৈয়ামৰ বড়োৱে পাহাৰৰ বড়োৰ
বিভেদ কোনো নেৰাখে।
উত্তৰ কাছাৰৰ ডিমাচা জাতিও
বড়ো গোষ্ঠীৰ লোক,
ডিবুৰু জিলাৰো সোণোৱাল সকল
একেই কলৰে থোক।
কাছাৰত আছে কাছাৰৰ বৰ্মণ
ডিমাচাৰে জাতি ভাই,
বৃহৎ বড়ো গোষ্ঠীৰ ভূক্ত
অসমীক বুলিছে আই।
খেতিয়েই মূল জীৱিকাৰ থল
গাহৰি কুকুৰাও পোহে,

নিজৰ শালতে বোৱা দখনাই
তিৰোতাৰ ৰূপ মোহে।
আইনৰ দিহা আছে পাণ্ডুলিপিত
গাওঁবুঢ়াই চলায় গাঁও,
'হালমাঝিয়ে' খবৰ যোগায়
দউৰীয়ে পূজে দেও।
নাজৰী, গায়াৰী, দৈমাৰী, ওৱাৰী
আছে ফৈদ একুৰি তিনি,
'আৰি নামেৰে মানে এই ফৈদক
পৰম্পৰা দিহা মানি।
একে আৰিৰ গাভৰু ডেকাৰ
বিবাহ নিষিদ্ধ আছে,
পৰম্পৰা বান্ধ ভাঙিব লাগিলে
বিপদ মিলিব পাচে।
পুৰণা ৰীতিৰ 'বড়োছা' সবৰ
বিবাহ 'হাথাচুনিৰে',
'ব্ৰহ্মা' সকলে বেদৰ নিয়মে
বিবাহ কৰ্ম কৰে।
কন্যাদানৰ বিনিময়ত
'গাধন লোৱা হয়,
দৰাই কন্যাক দিয়া মূল্যক
'মালছা বুলিহে কয়।
'দঙখা' প্ৰথাৰে বিধবা বিবাহ
আছে বড়ো সমাজত,
এনে বিয়াত সোমোৱা পুৰুষ
স্ত্ৰীৰ 'আৰি'ৰে জাত।
গাৱঁৰ নিয়ম ভঙাৰ বিচাৰ
'হাচুংগৌৰাই' কৰে,
'হাডুংগৌৰাৰ' বিচাৰৰ ৰায়ে
বাৰখন গাঁও সামৰে।
দেবতা প্ৰধান 'বাথৌ বাৰাই'
শিবৰাই নামেৰেও জানি,

আগ চোতালৰ 'সিজুৰ' বেদীত
নিতৌ পূজে নিয়ম মানি।
দেৱীৰ প্ৰধান 'মাইনাও' মাও
আন এটি নাম 'বুলিবুঢ়ী',
আই ভগৱতী সৰ্ব সুখৰ আধাৰ
পূজা দিয়ে নিয়ম কৰি।
ভক্ত প্ৰানৰ পূজাৰ অৰ্ঘ্য
'জৌৰে নিবেদন,
বলি বিধানে পূজা দিলেহে
তুষ্ট বড়োৰ মন।
'ব্ৰহ্ম' সকলে বেদৰ নিয়মে
হোম যজ্ঞ কৰে,
পূজাপাৰ্বন পালন কৰে,
আদেশ 'কালিচৰণৰে'।
'বিচুৱেই' বড়োৰ প্ৰধান উচৱ
'বৈচাগু' বুলিও কয়,
নৃত্য গীতৰ মনপৰশা তালত
বড়ো প্ৰাণ চঞ্চল হয়।
ভাগৰুৱা মন জুৰাবৰ বাবে
'বাগৰুম্বা' আছে,
পৰম্পৰাক আদৰ কৰি
বড়োৰ গাভৰু নাচে।
'মাদল', যঠা, খাওবাং বাজে
ৰজন জনাই গাওঁ,
'চিফুৰী' সুৰত বড়ো নাচনীৰ
মাটিত নৰয় পাও।
'দোমাচি' হয় মাঘৰ মাহত
কাতি মাহত 'কাত্ৰিগছা',
'মাইনাও' পুজাৰ 'খেৰাই' নৃত্য
পুলকিত মন প্ৰাণ পৰষা।
কাতি মাহৰ খেৰাই উচৱ
বড়োৰ অতি চেনেহৰ,

'দৌদিনী'ৰ দিব্যবাণীৰে
মঙ্গল হয় গঞ্জা ৰাইজৰ।
শৱদাহ আৰু কবৰ প্ৰথা
দুয়োটি প্ৰচলিত,
'দৈশান্তি' নহলে ৰাইজ
শুদ্ধ নহয় কদাচিত।
দহ দিনত 'দশা' বা 'দহাৰ'
তেৰ দিনত মূল সকাম,
শুচি হোৱাৰ এয়েই নিয়ম
মৃতকৰ বাবে শুভকাম।
সময়ৰ খোজত বড়ো আগবাঢ়ে
সম্প্ৰীতিৰ সুচল বাটে,
'মিলিবে মিলাবে' আদৰ্শ সাবতি
নতুনক ৰিঙিয়াই মাতে।

**টোকা : বড়ো ভাষাৰ শব্দ সমূহৰ অসমীয়া অৰ্থ**

| | | |
|---|---|---|
| জৌ | : | দৈনন্দিন ব্যৱহাৰ তথা ধৰ্মীয় তথা বিবাহ উৎসৱ আদিত ব্যৱহৃত ঘৰতে তৈয়াৰ কৰা নিচাযুক্ত পানীয়। অতিথি শুশ্ৰূষাৰ পৰম্পৰা গত সন্মনীয় দ্ৰব্য। |
| দখনা | : | বড়ো মহিলাৰ তাঁত শালত নিজে বোৱা হালধীয়া ৰঙৰ শাৰী। |
| পাণ্ডুলিপি | : | সমাজ জীৱন পৰিচালনাৰ কাৰণে বড়ো ৰাইজৰ সমূহীয়া ভাৱে স্বীকৃত আইনৰ পুথি। |
| হালমাঝি | : | গাওঁবুঢ়াক যাবতীয় সহায় কৰিবৰ কাৰণে ৰাইজে নিৰ্বাচন কৰা বিষয়া। |
| আৰি | : | ফৈদ (গোত্ৰ) |
| হাথাচুনি | : | পৰম্পৰা নিয়মত পালন কৰা বিবাহ। |
| হাচুংগৌৰা | : | এখন গাঁৱৰ দায় দোষ বিচাৰৰ দায়িত্বত থকা অনুষ্ঠান। |
| দউৰী | : | পুৰোহিত বা ধৰ্মীয় অনুষ্ঠান পৰিচালনা কৰা সন্মানীয় ব্যক্তি। |
| বাথৌবাৰাই | : | বড়োসকলৰ প্ৰধান উপাস্য দেৱতা শিৱ বা মহাদেউ। |
| শিৱৰাই | : | শিৱ। |
| মাইনাও | : | পাৰ্বতী। |
| বুলিবুঢ়ী | : | পাৰ্বতী। |

| | | |
|---|---|---|
| ব্ৰহ্মা | ঃ | একশ্ৰেণী বড়োসকলৰ গুৰু কালিচৰণ ব্ৰহ্মা প্ৰবৰ্ত্তিত হোমযজ্ঞ পদ্ধতিত দিক্ষীত লোক। |
| কালিচৰণ | ঃ | ব্ৰহ্মা ধৰ্মাবলম্বী সকলৰ গুৰু কালিচৰণ ব্ৰহ্মা। |
| বিচু, বৈচাগু | ঃ | অসমৰ জাতীয় উৎসব বহাগ বিহুৰ লগত সাদৃশ্য থকা বড়োসকলৰ প্ৰধান উৎসব। |
| মাদল | ঃ | মাদল (ঢোলবিশেষ) |
| যঠা | ঃ | মঞ্জৰী |
| খাওৱাং | ঃ | তাল/খুটি তাল। |

# মিছিং পৰিচয়

ভতিজাই সোধে খুৰা মিছিং বোৰণো কোন ?
মিৰিয়েই মিছিং নেকি ভাঙি কোৱাচোন,
থিকেই ধৰিছা ভতিজা তুমি মিছিঙেই হল মিৰি,
গাওঁ পাতি আছে পাৰত নদী শোৱনশিৰি।
আবৰ পাহাৰ আছিল যাৰ অতীজ নিবাস,
অৰুনাচলৰ 'আদি' জাতিৰ সিয়েই আবাস,
ভৈয়ামৰ মিৰিক আদিয়ে বোলে 'আয়িং বিৰাং'।
আদিক আকৌ মিৰিয়ে বোলে 'আদি বিৰাং'।
মঙ্গোলয়দ গোষ্ঠীবোৰৰ মিৰিও এটি হয়,
তিব্বত বৰ্মা পৰিয়াল নামে পৰিচয়।
মিৰি নামৰ অৰ্থনাই 'মিপাকেই' দিয়া,
মিছিং বুলি মাতিলেহে থাকে ভালপোৱা।
নদীৰ পাৰৰ দ-মাটিত মিছিঙৰ গৃহবাস,
লখিমপুৰ জিলাত পাবা ঘনকৈ নিবাস,
লখিমপুৰৰ নদী পাৰ অতিকে আপোন,
ডিবুৰুৰ মাটিতো ৰচে সুখৰ সপোন।
শদিয়াৰ মিছিঙৰ দুৰ্দশাৰ শেষ নাই,
বানপানীয়ে জোলোকা জোলোকে পানী খুৱায়।
দিচাংমুখৰ মিৰিয়ে শিৱদৌল, ৰংঘৰ চায়,
আহোম স্বৰ্গদেউ সকলৰ গুণগায় গায়।
যোৰহাট, জিলাত আছে মিৰিৰ ঘন বসতি,
মাজুলিত মিপাক মিৰিৰ চাবা অটুট সম্প্ৰীতি।
শোণিতপুৰ জিলাতো মিছিঙৰ বাস,
'মিপাক' মিছিং মিলি সুখৰ নিবাস।
শাৰী শাৰী চাং ঘৰ নদীৰ তীৰত,
'মেৰাম'ত বহি খাবা আপং বাতিত।
অতীতৰ ডেকাচাং নেপাবা বিচাৰি,
'মৰং' ঘৰটি আছে মাথো অতীত সুঁৱৰি।
'গালুক', 'হুৰা'ৰে ডেকা হয় শুৱনি,
'ৰিবি', 'এগে' মেখেলাই ডেকামন মোহিনী।

কৃষি বিনে মিছিঙৰ নাই কোনো গতি,
বান প্ৰপীড়িত সদা আহুতেহে মতি।
কুকুৰা, গাহৰি পুহি জীৱিকা চলায়,
মহিলাৰ তাঁতশালে ইন্ধন যোগায়।
ভাত আৰু 'আপঙে'ই প্ৰধান আহাৰ,
আলহীৰ কাৰণে 'ঙচানো' সমাহাৰ।
'ময়িং, তায়ে, মৰহ, কামান্, চায়াং',
'কুটুম, দ'লে, পেগু, পাটিৰ, কুম্বাং'।
আছে বহুত ফৈদ মিছিং জাতিৰ,
বিবাহৰ সময়ত খবৰ লয় ফৈদ কেইটিৰ।
বিবাহ নিষিদ্ধ আছে একেটা ফৈদত,
ভুলতো মিছিং ডেকা নপৰে ফান্দত।
'মিছিং কেবাং নামৰ গাওঁ পঞ্চায়ত,
'গামে'ই গুৰি ধৰে দোষৰ বিচাৰত।
সমাজ সেৱা কৰে 'মিমবিৰ য়ামে',
ডেকা গাভৰুৰ অনুষ্ঠান চলে সুকলমে।
'মিদাং' প্ৰথাৰে হোৱা বিয়া বৰ কম,
ডেকা গাভৰুৰ প্ৰিয় 'ডুগলা লানাম্',
সমাজৰ দায় দোষ খেমিবৰ বাবে,
গাহৰি 'আপং সহ এটি বৰভোজ লাগে।
'গাধন' প্ৰথাক 'আলিগ্' বুলিহে কয়,
এই ধন কন্যাৰ মাতা পিতাৰহে হয়।
পৈত্ৰিক সম্পত্তিৰ অধিকাৰ পুৰুষৰ,
মাতৃ সম্পত্তিৰ স্বত্ব থাকে জীয়ৰীৰ।
জড়োপাসক বুলি যদিও কোৱা হয়,
আস্থা বৈষ্ণৱতো একো কম নহয়।
সাধু, সদাচাৰ, ভকত আছে মিছিঙৰ,
চেচা, বুধবাৰী সত্ৰ মানে নিৰন্তৰ।
বহু উপ দেবদেৱী 'উই' নামে পূজে,
পূজাৰ সমূহ তত্ত্ব 'মিবু'য়েহে বুজে।
ফাগুনৰ 'আলি আই লৃগাং' ৰাইজৰ,
বীজ ৰোপন উচৱ অতি মনোহৰ।

‘চিফুং’, ‘গুংগাং’ বাজে প্ৰাণ জুৰ কৰা,
মিৰিৰ এই পৰম্পৰা অতীতৰ পৰা।
‘পৰাগ’ উচব হয় ‘মৰঙ’ ঘৰত,
‘চেদীমেল’ ‘দন্যিপল’ক পূজে নিয়মত।
মুখৰিত হয় গাঁও ডেকা গাভৰু নাচত,
‘চিফুঙ’ৰ সুৰ ভাঁহে ‘পনুনিনম’ত।
বহাগ বিহুও পাতে মিছিং জাতিয়ে,
‘ঐনিতম’ত নাচে মিৰি গাভৰুৱে।
মাঘৰ বিহুও মিৰিৰ অতিকে আপোন,
দিয়া নিয়া সংস্কৃতিৰ এক অপূৰ্ব দাপোন।
‘কংকং’ প্ৰথাৰে শৱ সৎকাৰ মিছিঙৰ,
তিলনি মাহেকীয়া দহা শুচি গৃহস্থৰ।
যুগৰ লগত মিলি মিছিং আগুৱায়,
শিক্ষাৰ পোহৰে উন্নতিৰ বাট দেখুৱায়।

**টোকা : মিছিং শব্দৰ অসমীয়া অৰ্থ**

আয়িং বিৰাং : অৰুণাচল প্ৰদেশৰ আদি জনজাতিৰ লোকে ভৈয়ামৰ মিছিঙক ‘ভৈয়ামৰ ককাই ভাই’ বুলি কয়।
আদি বিৰাং : ভৈয়ামৰ মিছিংসকলে অৰুণাচল প্ৰদেশৰ আদি জনজাতিৰ লোকক পাহাৰীয়া ককাই ভাই বুলি কয়।
মঙ্গোলয়দ : নৃতাত্বিক জাতি সূত্ৰৰ এটি ভাগ।
তিব্বত বৰ্মা : নৃতাত্বিক ভাষিক গোষ্ঠী।
মিপাক : অনা মিছিং লোক।
মে'ৰাম্ : জুইশাল।
গালুক : পুৰুষৰ চোলা।
হুৰা : পুৰুষৰ পাগুৰী
ৰিবি : মহিলাসকলে বুকুত পিন্ধা চাদৰ বিশেষ।
এগে : মিছিং মহিলাই পৰিধান কৰা মেখেলা।
ঙচান্ : শুকান মাছ।
গাম : গাঁওবুঢ়া
মিম্‌বিৰ্‌য়ামে : ডেকা-গাভৰুৰ সমাজসেৱা অনুষ্ঠান।
মিদাং : বিবাহ।

| | | |
|---|---|---|
| ডুগ্‌লা লানাম্ | ঃ | কন্যা পলুৱাই আনি পতা বিয়া। |
| আলিগ্ | ঃ | গাধন বিয়াৰ দিনা দৰাপক্ষৰ পৰা কন্যাৰ মাক দেউতাকক দিয়া পূৰ্ব নিৰ্দ্ধাৰিত টকা বা স্থাৱৰ সম্পত্তি। |
| উইই | ঃ | মৃতকৰ আত্মা, ভূতপ্ৰেত আদি। |
| মিবু | ঃ | মঙলতি ভূত ভৱিষ্যৎ ক'ব পৰা লোক। |
| আলি আই | | |
| লৃগাং | ঃ | ফাগুণ মাহৰ প্ৰথম বুধবাৰে অনুষ্ঠিত বীজ ৰোপন উৎসৱ। |
| চিফুং | ঃ | বাঁহী। |
| গুংগাং | ঃ | গগনা। |
| প'ৰাগ | ঃ | প্ৰধান কৃষিৰ লগত জড়িত ধৰ্মীয় উৎসৱ। ধান চপোৱাৰ অন্তত অনুষ্ঠিত হয়, নৰাছিগা বিহু বুলিও কয়। |
| মৰংঘৰ | ঃ | অতীজত ডেকা গাভৰুৰ ৰাতি যাপন কৰা ডেকাচাং। বৰ্তমান এই প্ৰথা লুপ্ত। প'ৰাগ উৎসৱত গাঁৱৰ মাজত থকা মৰংঘৰ (হলঘৰ) ধুনীয়াকৈ সজোৱা হয়। |
| চেদীমেল' | ঃ | সৃষ্টিকৰ্তা। |
| দাঞিপল' | ঃ | প্ৰকৃতি-পুৰুষ, সূৰ্য চন্দ্ৰ। |
| পনু নুনম্ | ঃ | প'ৰাগ উৎসৱৰ মোখনি মৰা প্ৰাৰ্থনা সূচক নৃত্য। |
| ৰংকং | ঃ | কাঠেৰে বনোৱা কফিন। |
| ঐনিতম্ | ঃ | মিছিং লোকগীত। |

# তিৱা পৰিচয়

যড়োৰ বিষযে জানিলো বহুত
মিছিঙৰ পালো পৰিচয,
তিৱাৰ কথা কোৱাচোন খুৰা
অতীত কাহিনী আছে নিশ্চয়।
ভতিজাৰ দাবী এৰাব নোৱাৰি
ক'লো মনদি শুনা
লালুং নামৰ এক জনজাতি আছে
তিৱা নামেৰেও জনা।
মৰিগাঁও জিলাতে প্ৰধান বসতি
নগাঁও জিলাতো বাস,
কাৰ্বি আংলং পাহাৰৰ মাজতো
আছে তিৱাৰ নিবাস।
লালুং নামটো আনেহে দিয়া
তিৱাহে আচল নাম,
'তি'ৰে পানী 'ৱা'ৰে প্ৰধান
নদীৰে আছিল অসম ধাম।
কছাৰীৰ দৰে তিৱা সকলো
মিত্ৰ বড়োগোষ্ঠীৰে,
মঙ্গোলীয় প্ৰভাৱ আছে সকলোতে
থলুৱা অসম দেশৰে।
কৃষিজীৱি লোক লালুং সকল
খেতিয়েই জীৱিকাৰ ভেটি,
পাহাৰৰ তিৱাই জুম খেতি কৰি
পায় জীৱনৰ গতি।
ভাতেই প্ৰধান খাদ্য যদিও
'জু'ৰ ব্যৱহাৰ আছে,
গাহৰি, কুকুৰা, খৰিচাৰ লগতে
স্থান পাই শুকান মাছে।
ভৈয়ামৰ তিৱাৰ খোৱাৰ ৰীতিত
প্ৰভেদ দেখা যায়,

বৈষ্ণৱ ধৰ্মত আসক্ত তিৱাই
গাহৰি 'জু' নেখায়।
সমূহীয়াভাৱে মাছ ধৰা নিয়ম
প্ৰচলিত আছে তিৱাৰ,
'জোনবিলা মেলা' সালসলনিৰ বেহা
প্ৰীতি তিৱা জয়ন্তীয়াৰ।
কছাৰীৰ দৰেই মাজত চোতাল
একাষত আছে ভড়াল,
বয়স অনুযায়ী থকাৰো নিয়ম
চলি আছে চিৰকাল।
'বৰঘৰ' নামৰ ফৈদৰ হলঘৰ
গাঁৱৰ মাজতে সাজে,
সামূহিক পূজাৰ থান্ ঘৰটি
আচুতীয়া ঠাইৰ মাজে।
ভৈয়ামৰ তিৱাৰ নামঘৰ এটিও
বিচাৰি পাবলৈ আছে,
ভকতীয়া সবে ঘোষা কীৰ্তনেহে
গুৰুলৈ মানটি যাচে।
'চামাদি' নামৰ 'ডেকাচাং' ঘৰটো
গাৱৰ মাজতে পাবা,
আবিয়ৈ ডেকাই জিৰণি সন্ধ্যা
কেনেকৈ কটায় চাবা।
ভৈয়ামৰ তিৱাৰ পোচাকত নাই
পৰম্পৰাৰ একোচিন,
পাহাৰী তিৱাই পুৰণা পোচাকটি
ৰাখি আছে দৈনন্দিন।
তিৱা ভাষাৰ প্ৰচলন নাই
ভৈয়ামৰ লালুং গাঁৱত,
পাহাৰৰ তিৱাই ৰাখিছে জীয়াই
ভাষাটি নিজৰ মাজত।
তিৱাৰ ৰজা আছিল তাহানি
বুৰঞ্জীয়ে সাক্ষী দিয়ে,

গোভাৰঙাক মান কৰি আছে
নখোলা জাগিৰোডে।
'সাতো ৰাজ্য' 'পাচোৰাজ্য'
আছিল তিৱাৰ অধীনে,
বাৰজন 'পোবালি' ৰজাও আছিল
তিৱাৰ ভিন্ন স্থানে।
বৰদলৈ, কোঁবৰ, পাত্ৰ আছিল
আৰু আছিল বৰবৰুৱা,
ঢুলীয়া, দালিয়া, কালিয়া পাইক
বিষয়া আছিল ৰজাঘৰীয়া।
মুগাৰ চোলা, ধুতি পাগুৰী
কপাহী চাদৰ আৰু
ৰূপৰ গামখাৰু দুগদুগী শুবনি
দুকানে চিহা বা কেৰু।
'লাংকাই' আৰু ঢালহাতে লৈ
ৰজা ওলায় বাটচ'ৰালৈ,
জোনবিলা মেলাতে ৰজাক আদৰে
ৰাইজ একগোট হৈ।
ধাৰ্মীক জীৱন পৰিচালনাৰ্থে
বিষয় বৰীয়া আছে,
'লৰক' ফৰঙাই আৰু 'চাংমাজি'
'বুনীয়ে বুনীয়ে বাচে।
'কবৈমাজি'ৰ লগত আছে
'দেউৰী' আৰু 'হাতাৰী'
'ৰাঙ্কনি' নেথাকিলেহে পাচে
ভোজেই হ'ব আহৰি।
ফৈদ বা 'কুল'ক 'ৰালি' বোলা হয়
আছে বাৰকুল অতীজৰ,
মচৰং, মাদুৰ, মালৈ, ডাফৰ
বালি আছে তিৱা সমাজৰ।
আৰু আছে 'বালি' 'চুকাই' 'আমফ্ৰি'
বাখৰ, লাচা আমচং,

‘লৰম্ মাগৰ, চলং আম্‌চি
মিঠি, ধনবঙহ আৰু দাৰুনং।
ফৈদৰ আকৌ আছে সৰুবৰ
সাত, ন, বাৰভূণী,
ভৈয়াম তিৱাৰ আছে সাত, ন
ভূণীৰ হে প্ৰচলন জানি।
খেলৰ প্ৰধান বিষয়া আছে
‘জ্ঞাতি’ যাৰ পৰিচয়,
খেলৰ ৰাইজে ৰচা ‘জেলাই’হে
নীতি ধৰ্মৰ কথা কয়।
‘খুটা’ নামৰ সমাজ ব্যৱস্থা
তিৱাৰ মাজতহে পায়,
একোটা খেলৰ প্ৰতি পৰিয়ালে
মিলিহে ‘খুটা’টি হয়।
পৰিয়ালে প্ৰতি সকাম নিকাম
বিয়া বাৰু য'ত হয়,
খুটাৰ সহায় নেপালে কিন্তু
সকাম কদাপি নহয়।
একে ‘ৱালি’ৰ ডেকা গাভৰুৰ
বিবাহ কদাপি নহয়,
পৰম্পৰা আৰু বান্ধোন এৰিলে
জীৱনৰো হয় সংশয়।
চাৰিবিধ বিয়াৰ প্ৰচলন আছে
মাজত তিৱা সকলৰ,
পলুৱাই অনা কন্যা জনীৰো
স্বীকৃতি আছে ৰাইজৰ।
বৰ বিয়া হ'ল চহকী লোকৰ
জোৰণ মধ্যম খাপৰ,
ঘৰ জোঁৱাই প্ৰথা আছে লালুঙৰ
‘গোভীয়া’ ৰথা নামৰ।
মহাদেৱ হ'ল উপাস্য দেৱতা
আৰু আছে দেৱ-দেৱী,

থানঘৰ হ'ল শক্তি আৰাধনাৰ
নাম ঘৰত পূজে বৈষ্ণৱী।
উৎসৱ প্ৰধান 'বিচু' বা বিহু
'চগ্ৰামিচাৱা' ৰবত,
জোনবিলামেলাই সম্প্ৰীতি আনে
তিৱাৰ সৰল প্ৰাণত।
'ল'হ' লা হাই' লালী হিলালী
গীত সুমধুৰ আছে,
পূজা পাৰ্বন তিথি উৎসৱত
'খ্ৰাম'ৰ চেৱত নাছে।
মৃতকৰ শৱ সৎকাৰ কৰ্ম
'হাথাম'ত হে হয়,
শুচিৰ কামৰ সকলো দায়িত্ব
'গিয়াতি জনেই লয়।
পাহাৰৰ তিৱাৰ শৱ সৎকাৰ
কবৰ পদ্ধতিৰে হয়,
'চেপাত থোৱা' বুলিহে ইয়াক
তিৱা সকলে কয়।
তৃতীয় বা সপ্তম দিনত
সকাম পাতে মৃতকৰ,
মূল সকাম 'কৰম'টি পাতে
সুবিধা মতে বংশৰ।
ভৈয়ামৰ তিৱা আগবাঢ়ি যায়
উন্নতিৰ জখলাত,
পাহাৰৰ তিৱাই পুৰণিক সাবতি
পিছ পৰি ৰয় শিক্ষাত।

**টোকা ঃ তিৱা শব্দৰ অসমীয়া অনুবাদ**

'জুম' ঃ পাহাৰীয়া অঞ্চলত হাবি জংঘল পুৰি মুকলি কৰা ঠাইত কৰা খেতি।

জু ঃ দৈনন্দিন ব্যৱহাৰ তথা পূজা পাৰ্বন, বিবাহাদি উৎসৱত লগা ঘৰত তৈয়াৰ কৰা চাউলৰ (ভাত) মদ।

জোনবিলামেলা : জাগিৰোডৰ ৩ কিলোমিটাৰ উত্তৰ-পূবত অৱস্থিত জোনবিলৰ পাৰত মাঘ মাহত পৰ্বত ভৈয়ামৰ লোকৰ বস্তুৰ সালসলনিৰ পৰম্পৰাগত মেলা, জয়ন্তীয়া লোকৰ যোগদান এই উৎসৱৰ বৈশিষ্ট।

বৰঘৰ : প্ৰত্যেক বংশ (ফৈদ)ৰ লোকৰ পূজাসেৱাৰ কাৰণে গাঁৱৰ মাজ অঞ্চলত সজা ৰাজহুৱা পূজা ঘৰ।

চামাদি : ডেকাচাং। অবিবাহিত ডেকাসকলে ৰাতি গাওঁ পহৰা দিয়া আৰু নানা হাতৰ কাম আৰু বাদ্য যন্ত্ৰৰ শিক্ষা আহৰণ কৰা গাঁৱৰ মাজত সজা চাং ঘৰ। অবিবাহিত ডেকাসকলে এই চামাদিতে শোৱে।

গোভাৰজা : তিৱাসকলৰ পূৰ্বৰ চাৰিজন 'ৰজা'ৰ এজন। এই চাৰিজন ৰজা হ'ল গোভা, নেলী, খোলা আৰু চহৰী অঞ্চলৰ। গোভা ৰজাক বৰ্তমানেও ৰাইজে বছেৰেকত এবাৰ ৰাজকীয় সম্মান প্ৰদৰ্শন কৰে।

সাতোৰাজ্য : আহোম স্বৰ্গদেউৰ তত্বাৱধানত তিৱাসকলে স্থাপন কৰা জাগী প্ৰশাসনীয় মণ্ডলৰ অধীনত কৰতলীয়া সাতখন ক্ষুদ্ৰ ৰাজ্য — কুমৈ, তৰাণী, বঘৰা, তেতেলীয়া, কছাৰীগাওঁ, শুকনগীয়া আৰু ঘগুৱা।

পাচোৰাজ্য : আহোম ৰজাৰ তত্বাৱধানত ৰহা প্ৰশাসনীয় মণ্ডলৰ অধীনত স্থাপন কৰা পাঁচখন কৰতলীয়া ৰাজ্য - টোপাকুচীয়া, খাইগৰীয়া, মিকিৰগাঁও, ফুলগুৰীয়া আৰু বাৰপূজীয়া।

পোৱালী ৰজা : সাতোৰজা আৰু পাচোৰজাক পোৱালী ৰজা বোলা হৈছিল কিয়নো তেওঁলোক কৰতলীয়া ক্ষুদ্ৰ অঞ্চলৰ ৰজা আছিল।

লাংকই : তৰোৱাল।

লৰক, ফৰঙাই,
চাংমাঝি : মাঙ্গলিক কাৰ্য পৰিচালনা কৰা বিষয়ববীয়া।

বুনী : একেবাৰে নিম্ন পৰ্যায়ৰ সামাজিক গোটটি হ'ল বুনী য'ত এখনতকৈ অধিক গাওঁ সামৰি লোৱা হয়।

কৰাইমাঝি,
দেউৰী, হাতাৰি : বুনী পৰিচালনা কৰা বিষয়ববীয়া।

ভূনী : একোটা ফৈদৰ শ্ৰেষ্ঠত্ব অনুসৰি বিভাজন পদ্ধতি যেনে - বাৰভূনী, নভূনী, সাতভূনী ইত্যাদি।

| | | |
|---|---|---|
| গিয়াতি | ঃ | একোটাখেলে সামাজিক আৰু ধৰ্মীয় অনুষ্ঠান আদিত পৌৰহিত্য কৰিবলৈ বাচি দিয়া পুৰোহিত বা বয়োজ্যেষ্ঠ পুৰুষ বা বয়োজ্যেষ্ঠা মহিলা। |
| খেল | ঃ | একোটা ফৈদৰ প্ৰত্যেক পৰিয়ালে এটি সামাজিক গোট হিচাপে কাৰ্য নিৰ্বাহ কৰে তাকে বোলা হয় বংশ বা খুটা। একোটা খেলত কেবাটাও খুটা থাকে। |
| জেলা | ঃ | গিয়াতিৰ দৰে জেলায়ো ধৰ্মীয় তথা সামাজিক অনুষ্ঠানত মুখ্য ভূমিকা পালন কৰে। তিৱা লোক কথা আৰু ধৰ্মৰ তাত্বিক দিশত জেলাৰ সম্যক জ্ঞান থকা আৱশ্যক। জেলা খেলে নিৰ্বাচন কৰে। |
| বিচু | ঃ | বিহু। |
| চগ্ৰামিচাৱা | ঃ | ফাগুণ মাহত অনুষ্ঠিত হোৱা বসন্ত উৎসৱ। |
| বৰত | ঃ | পুহ বা মাঘৰ পূৰ্ণিমাত যুৱতী বা বিবাহিত মহিলাই ব্ৰত পালনৰ অন্তত পতা উৎসৱ। |
| হামাম্ | ঃ | একোখন সমূহীয়া মাংখৰত (শ্মশান) একোটা ফৈদৰ শৱ সংকাৰৰ কাৰণে নিৰ্দিষ্ট ঠাই থাকে তাকে হাথাম বোলে। |
| চেপাতথোৱা | ঃ | পাহাৰীয়া তিৱাৰ পৰম্পৰা অনুযায়ী তৈয়াৰ কৰা কফিন বিশেষ। |
| কৰম্ | ঃ | একোটা বংশৰ কেবাটাও পৰিয়াল গোটখাই স্থগিত ৰখা মৃতকৰ মূল শ্ৰাদ্ধ। পূৰ্বতে এই কৰম এসপ্তাহ ধৰি চলিছিল, বৰ্তমান এদিনীয়া বা তিনিদিনীয়া হৈছে। |
| ল'হ'লাহাই লালিহিলালী | ঃ | বিভিন্ন সামাজিক আৰু ধৰ্মীয় অনুষ্ঠানত গোৱা গীত। প্ৰথমৰ বিধ বিশেষকৈ শিশুৰ নামকৰণ, বিবাহ আৰু ধান দোৱা উপলক্ষে গোৱা হয়। আনবিধ গীত কৰম বা সেই জাতীয় অনুষ্ঠানত গোৱা হয়। |

## ৰাভা পৰিচয়

বড়োৰ কথা জনালো ভতিজা
ক'লো অতীত তিবাৰ,
জানিলা মিছিঙৰ জীৱন প্ৰণালী
কথা শুনাচোন ৰাভাৰ।
মঙ্গোলীয় গোষ্ঠীৰ ৰাভা জনজাতি
বসতি প্ৰধানকৈ কামৰূপ,
গোৱালপাৰা আৰু দৰং জিলাতো
ৰাভাৰ বসতি তদ্ৰূপ।
ধুবুৰী আৰু শোণিতপুৰতো
ৰাভা গাওঁ পোৱা যায়,
পশ্চিমবংগ আৰু মেঘালয়তো
ৰাভাই গাওঁ বিয়পায়।
পাচোটা ভাগৰে ৰাভা জনজাতি
ৰংদানি, পাতি, মাইটৰী,
টোটলা, দহুৰী নামে জনাজাত
আছে কত যুগ ধৰি।
পাতি সকলৰ ঘাই বসতি
দক্ষিণ কামৰূপ হয়,
হিন্দুধৰ্মৰ প্ৰভাৱ পুষ্ট
সংস্কৃতিৰ সমন্বয়।
ৰংদানি ৰাভাৰ আবাস স্থান
পশ্চিম গোৱালপাৰা,
পঞ্চৰত্ন আৰু মেঘালয় ৰাজ্যত
মাইটৰীৰ জীৱন ধাৰা।
দহুৰী নামৰ শাখাটো আছে
উত্তৰ গোৱালপাৰাত,
উত্তৰ কামৰূপৰ টোটলা শাখাটিৰ
গাওঁ দৰং জিলাত।
চাৰিটা ঘৰৰ মাজত চোতাল
ৰাভা ঘৰৰ পৰম্পৰা,

জ্যেষ্ঠ জনেহে মূল ঘৰটিত
থকা নিয়ম পূৰ্বৰ পৰা।
ৰংদানি ৰাভাৰ এটাই ঘৰ
মাজত তিনিটা ভাগ,
জ্যেষ্ঠ জনৰ প্ৰথম ভাগটি
ৰাভাই কয় 'নকস্রাব'।
কৃষিয়েই ৰাভাৰ প্ৰধান সম্বল
ভাতেই খাদ্য প্ৰধান,
মদ, মাংস, শুকান মাছত
ৰাভাৰ খাদ্যপ্ৰাণ।
শিক্ষিত চামৰ ৰাভাই কিন্তু
নিতৌ মদ নেখায়,
উৎসব পাৰ্বন সকাম নিকামত
মদ এটুপি পায়।
মহাপুৰুষীয়া পাতিসকলে
গাহৰি, মদ নেখায়,
বৈষ্ণৱ পন্থীৰ নিয়মনীতি
পালন কৰি ভালপায়।
নিজৰ কাপোৰ নিজে বৈলোৱা
নিয়ম তিৰোতাৰ আছে,
'ৰিফান্' 'কামবুং', 'খোদাবাং' খনহে
বিয়াত কন্যাক যাচে।
ঘৰতে সূতাৰ ৰংকৰা নিয়ম
ৰাভা মহিলাই জানে,
পৰিয়াল চলে সুখে শান্তিৰে
মহিলাৰ যোগদানে।
'পাণ্ডুলিপি'ৰ বিধানসমূহ
ৰাইজেই মিলি কৰে,
এই নিয়ম উলংঘা কৰিলে
ৰাভাক বিপদে নেৰে।
সম্পত্তিৰ অধিকাৰ পুত্ৰ সবৰ
সমাজ পিতৃ প্ৰধান,

জীৱিত কালতে পিতৃয়ে দিলেহে
জীয়েকে পায় সন্মান।
জড়োপাসক ৰাভাৰ সমাজ
শৈব শাক্তৰ মিল,
পাতি ৰাভাৰ ধৰ্ম কিন্তু
বৈষ্ণৱ শৈৱ মিচিল।
খৃষ্ট ধৰ্মৰ ৰাভা পৰিয়াল
আছে কম পৰিমাণে,
দক্ষিণ কামৰূপ আৰু দুধনৈত
যীশুৰ ধৰ্মক মানে।
'বাইখ' পূজা পালন কৰে
বহাগৰ তিথিতে,
'লাঙ্গাপূজা'ত শিৱ মহাদেউক
পূজা দিয়ে শুদ্ধচিত্তে।
'ধন কুবেৰ'ক নিয়মত পূজে
'থাকুৰাণী'ৰো পূজা হয়,
'দুধ,' 'ফুলকুমাৰ'ক পূজে ৰাভাই
'কেচাইখাতীয়ে পূজা লয়।
মাৰৈ পূজা পাতি ৰাভাই
বিষহৰিক পূজে,
মাৰিমৰক সৰ্পৰ ভয়
ওচৰকে নেচাপে।
ৰঙালী বিহুৰ ৰঙৰ মাজতে
উচৱ 'হানাঘোৰা'ৰ
পাতি ৰাভাই ভাগ্যৰদেৱক
পূজে ৰূপ ঘোৰাৰ।
বিবাহ বাধা ডেকা গাভৰুৰ
একে 'বাৰাই'ৰ হলে,
একে 'হুৰ'ৰ দুই বাৰাইৰো
বিবাহত বাধা মিলে।
মোমাইৰ জীক অনাতো নিয়ম
আছিল ৰাভা সমাজত,

আজিৰ শিক্ষিত ডেকাচামৰ
অনিহা এই নিয়মত।
বিধবা বিবাহ প্ৰচলিত আছে
ৰাভা জাতিৰ মাজত,
বিবাহ বিচ্ছেদ কৰিব খুজিলে
নিয়ম আছে 'পানচিৰা'ত।
শৱদাহ নিয়ম প্ৰধানকৈ চলে
আছে কবৰৰো প্ৰথা,
অস্বাভাৱিক মৃতক জনৰহে
কবৰ দিয়া ব্যৱস্থা।
সাতদিনত শুচি সকাম
যোগাৰ লাগে অতি,
ৰাইজে মিলি ভোজ ভাত খালে
গৃহস্থৰ হয় মুকুতি।

**টোকা : ৰাভা শব্দৰ অসমীয়া অৰ্থ :**

| | | |
|---|---|---|
| নক্স্ৰাৱ | : | ৰংদানি ৰাভাৰ ঘৰৰ পূব ফালে থকা মুৰব্বীজনৰ শোৱা কোঠা। |
| ৰিফান্, কামবুং, খোদাবাং | : | ৰাভা মহিলাই নিজে বৈ লোৱা মহিলাৰ সাজপোছাক। |
| পাণ্ডুলিপি | : | ৰাভা সমাজৰ পৰম্পৰাগত নীতি নিয়ম আৰু আইনৰ হাতে লিখা পুথি। গাঁৱৰ যিকোনো দোষৰ বিচাৰ এই পাণ্ডুলিপিৰ সহায়ত সম্পন্ন হয়। |
| বাইখ' | : | ধন, ঐশ্চৰ্য্যৰ অধিস্তাত্ৰী দেৱী। |
| লাঙাপূজা | : | প্ৰচুৰ শস্য লাভ আৰু গাঁৱৰ পৰা অপায় অমঙ্গল দূৰ হ'বৰ কাৰণে কৰা মহাদেৱৰ পূজা। |
| ধনকুবেৰ | : | লাঙ্গাপূজাত মহাদেৱৰ পূজাৰ অন্তত ধন ঐশ্চৰ্য্যৰ গৰাকী এই জনা দেৱতাক বলি বিধানেৰে পূজা দিয়ে। |
| থাকুৰাণী | : | গাঁৱৰ মঙ্গলৰ কাৰণে লাঙাপূজাত মহাদেৱৰ সৈতে থাকুৰাণীক (পাৰ্বতী) পূজা দিয়া হয়। বলি বিধান আৱশ্যক। |
| দুধ কুমাৰ, ফুলকুমাৰ | : | লাঙ্গা পূজাত মহাদেৱৰ পূজাৰ লগত পূজা দিয়া দেৱতা। বলি বিধান নাই। |

| | | |
|---|---|---|
| কেচাইখাতী | ঃ | বিপত্তাৰিণী দেৱী। কলৰ ভূৰ সাজি দেৱীৰ উদ্দেশ্যে নানা উপাচাৰৰ সৈতে, চাকি বন্তী জ্বলাই ভূৰখন পানীত উটুৱাই দিয়ে। গাঁৱৰ পৰা অপায় অমঙ্গল দূৰ হয় বুলি বিশ্বাস কৰে। |
| মাৰৈ পূজা | ঃ | বিষহৰি বা মনসা পূজা। |
| হানাঘোৰা | ঃ | পাতি ৰাভাৰ কলগছৰ গাগছৰে সজা ঘোৰাৰ প্ৰতিকৃতি লৈ কৰা উৎসৱ। ৰঙালী বিহুৰ সময়ত এই উৎসৱ অনুষ্ঠিত হয়। |
| বাৰাই | ঃ | গোত্ৰ। |
| হুৰ | ঃ | মিত্ৰ গোত্ৰ। |
| পানচিৰা | ঃ | এখন পান হাতেৰে দুফাল কৰি বিবাহ বিচ্ছেদ হোৱা পদ্ধতি। ৰাইজৰ উপস্থিতিত এই কাৰ্য সম্পাদন হ'ব লাগিব। |

# সোনোৱাল কছাৰী পৰিচয়

বড়ো, মিছিং, তিৱা, ৰাভাৰ
পৰিচয় ভতিজা পালা,
সোনোৱাল কছাৰীৰ বিষয়ে শুনা
খিয়াতি ৰ'ল সোন বোটলা।
সোৱনশিৰি নদীৰ পাৰত আছিল
ব্যৱসায় কছাৰীৰ,
সেই কছাৰীয়ে সোনোৱাল বুলি
চিনাকি দিয়ে উজনিৰ।
তিনিচুকীয়াত প্ৰধান বসতি
ডিবুৰু জিলাতো বাস,
ধেমাজি আৰু লখিমপুৰতো
সোনোৱালৰ নিবাস।
কৃষি ভিত্তিক সোনোৱাল জীৱন
ধানেই খেতি প্ৰধান,
ৰবি শস্যৰ খেতিত চলায়
পৰিয়ালৰ ৰাখে মান।
দুবেলা দুসাজ ভাতেই আহাৰ
মাছ মাংসও খায়,
ঘৰতে কৰা মদ এটুপিয়ে
খাদ্যপ্ৰাণ যোগায়।
খেৰবাঁহৰ সোনোৱাল ঘৰ
ফুলনি চোতাল আগত,
অসমৰ গাঁৱৰ ছবিখনেই
আছে সোণোৱাল গাঁৱত।
গাঁৱৰ মাজৰ নামঘৰটিয়ে
ধৰ্মৰ ধ্বজা উৰুৱায়,
বৈষ্ণৱ ধৰ্মী সোনোৱাল সকলে
সমন্বয়ৰ পথ দেখুৱায়।
গাওঁবুঢ়াই গাঁৱৰ প্ৰধান
'বাৰিক' থাকে সহায়ক,

'আশীৰবদীয়া'ৰ লগত থাকে
বিষয়ববীয়া 'পাঠক'।
'গীতঘাই' আৰু 'মেধি' নামৰ
থাকে দুজন বিষয়া,
'তামুলী' আৰু 'ৰান্ধনি'ও থাকে
গাওঁবুঢ়াৰ লগৰীয়া।
'বাৰিকে' কৰে নামঘৰৰ কাম
'পাঠকে' শাস্ত্ৰ পঢ়ে,
'আশীৰবদীয়া'ই আশীষ জনায়
মেধিয়ে গুৰি ধৰে।
ধৰ্মীয় কামৰ গীত মাত খিনি
'গীতঘায়ে' সমাধা কৰে,
তামুলীয়ে ধৰে গুৱাৰ যোগান
ৰান্ধনিয়ে খোৱা যোগান ধৰে।
বংশ নামৰ সাতোটি ভাগ
গোত্ৰ নামেৰেও জানি,
'বালিখিতিয়াৰী' 'চিৰিপুৰীয়া'
আৰু 'কুচীয়াউজনি'।
'ঢুলীয়া'ল নামেৰেও গোত্ৰ আছে
আৰু আছে 'টিপমীয়া'
'নামনি কুচীয়া'ৰ লগতে আছে,
গোত্ৰ 'অমৰাবমীয়া'।
একে গোত্ৰৰ ডেকা গাভৰুৰ
বিবাহত বাধা আছে,
সমাজৰ নিয়ম ভাঙিব লাগিলে
বিপদ মিলিব পাচে।
একপত্নী বিবাহত সুখী
বিবাহ বিচ্ছেদ নাই,
বিধবা বিবাহ আছে প্ৰচলিত
সমাজেও দিয়ে ৰায়।
পিতৃপ্ৰধান সোনোৱাল সমাজ
পুত্ৰৰ উত্তৰাধিকাৰ,

মাটিবাৰীৰ সমান অংশ
অধিকাৰ পুত্ৰসবৰ।
দায় দোষৰ বিচাৰৰ ভাৰ
ৰাইজৰ মেলত দিয়ে,
মেলৰ ৰায় নেমানিব লাগিলে
লগনেৰে বিঘিনীয়ে।
চাৰি প্ৰকাৰৰ বিয়াৰ নিয়ম
প্ৰচলিত সোনোৱালৰ,
'নোওৱা ধুওৱা', আৰু 'হোম দিয়া'
'চুৰচুৰীয়া', 'গন্ধৰ্ব্বৰ'।
পিতামাতাই গুৰি ধৰে
আগৰ দুবিধ বিয়াত,
গন্ধৰ্ব বিয়াৰ প্ৰচলন আছে
সোনোৱাল ডেকাৰ মাজত।
'নোওৱাধুওৱা' আৰু 'হোম দিয়াত'
খৰছ অধিক হয়,
সোনোৱাল ডেকাগাভৰুৱে সেয়ে
'চুৰচুৰীয়া'ৰ পথ লয়।
গাধন প্ৰথা আছে যদিও
এৰা ধৰাৰ ভাব আছে,
গন্ধৰ্ব্ব বিয়াত গাধন লাগে
তিনিশ টকা যাচে।
আউনি আটীয় গোঁসাইৰ শিষ্য
বিশ্বাস বৈষ্ণৱত,
শৰণীয়া আৰু ভজনীয়াৰ চিন
পোৱা যায় ভকতত।
পৰম্পৰাতো আস্থা আছে
বুঢ়াবুঢ়ীৰ পূজা হয়,
'গজাই' দেৱতাক পূজা দিয়ে
ৰাইজ হয় মঙ্গলময়।
'আইমতা' আৰু 'লখিমীমতা'
'অপ্সৰা সবাহ' পাতে,

'খেতি উঠা' আৰু 'নৰাছিগা'ও
নাম ঘৰত হয় নিয়মতে।
উৎসৱ প্ৰধান ৰঙালী বিহু
পাতে জাক জমকেৰে,
ডেকা গাভৰু ভাগ ভাগ হৈ
নাচে অতি উলাহেৰে।
ভোগালী আৰু কঙালী বিহুও
পালন কৰে সোনোৱালে,
বৃহৎ সংস্কৃতিৰ এনাজৰীৰে
বান্ধ খায় চিৰকালে।
শৱদাহ প্ৰথাৰ প্ৰচলন আছে
মেধিয়েই গুৰি ধৰে,
তিনি খলপীয়া শুচি সকাম
সোনোৱালে পালন কৰে।
তিনি দিনত তিলনি পাতে
দহ দিনত দহা,
কুৰি দিনীয়া কাজ কৰ্মৰে
মুক্তিৰ হয় দিহা।

**টোকা : সোনোৱাল শব্দৰ অসমীয়া অৰ্থ :**

| | | |
|---|---|---|
| বাৰিক | : | ৰাজহুৱা ধৰ্মীয় সকাম নিকামৰ দায়িত্বত থকা বিষয়া। |
| আশীৰ্ব্বদীয়া | : | ৰাইজক ধৰ্মীয় অনুষ্ঠানৰ শেষত আশীৰ্বাদ দিয়া বয়োবৃদ্ধ লোক। |
| পাঠক | : | ৰাজহুৱা আৰু ঘৰুৱা সকামত ধৰ্ম শাস্ত্ৰ পাঠ কৰা বয়সস্থ লোক। |
| গীতঘাই | : | হুচৰি গীত আৰু আন ধৰ্মীয় গীতত পাৰ্গত লোক। |
| মেধি | : | ধৰ্মীয় অনুষ্ঠানৰ জ্যেষ্ঠ বিষয়ববীয়া। |
| তামুলী | : | ৰাজহুৱা অনুষ্ঠানত তামোল পানৰ যোগান ধৰা বিষয়া। |
| ৰান্ধনি | : | ৰাজহুৱা ভোজ ভাত ৰন্ধা আৰু বিলোৱাৰ দায়িত্বত থকা বিষয়া। |
| নোওবাধুওবা | : | দৰাকন্যাৰ পিতৃ-মাতৃয়ে বন্দবস্ত কৰি পতা বিয়া। |
| হোম দিয়া | : | ঐ |
| চুৰচুৰীয়া | : | সাধাৰণভাৱে ভোজ ভাতৰ ব্যৱস্থাৰে কন্যা পলুৱাই আনি পতা বিবাহ। |
| গন্ধৰ্ব | : | ডেকা গাভৰুৰ মনৰ মিলহে পতা বিয়া। |

| | |
|---|---|
| গাধন | : বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃ-মাতৃক দিয়া টকা বা বস্তু। গন্ধৰ্ব বিয়াত টকাৰ পৰিমাণ বেছি। |
| বুঢ়াবুঢ়ী | : হৰপাৰ্বতী। |
| গজাই | : মহাদেউ |
| লখিমীতোলা<br>খেতি উঠা<br>নৰাছিগা<br>পালনাম | : ৰাজহুৱা সকাম |
| আই লখিমী | : লক্ষ্মীদেৱী - গৃহস্থৰ ব্যক্তিগত সকাম। |
| অপ্সৰা<br>গোপিনীসবাহ | : গৃহস্থৰ ব্যক্তিগত সকাম। |

## দেউৰী পৰিচয়

চুতীয়া জাতিৰ চাৰিটা ভাগৰে
দেউৰী প্ৰধান ভাগ,
আহোম চুতীয়া হিন্দু চুতীয়া
বৰাহীৰো সুকীয়া পাগ।
দেউৰীৰ বাদে বাকী তিনিভাগে
পৰম্পৰা পাহৰিলে,
দেউৰী সবেহে অতীত পৰম্পৰা
অটুট ভাবে ৰাখিলে।
বড়ো গোষ্ঠীত ভুক্ত দেউৰী
আছিল দিবং পাৰত,
টেঙাপানী আৰু পাটৰ শালেও
স্মৃতি জগায় দেউৰী প্ৰাণত।
লখিমপুৰ আৰু ডিবুৰু জিলাৰ
নদীৰ পাৰৰ ঠাই,
যোৰহাট জিলাৰ লুইতৰ পাৰতো
দেউৰী গাঁও পোৱা যায়।
শোণিতপুৰ আৰু শিৱসাগৰৰ
অঞ্চল নদীৰ পাৰ,
শদিয়াতো আছে মিলাপ্ৰীতিৰে
ৰচি সুখৰ সংসাৰ।
শাৰী শাৰী চাংঘৰ নদীৰ পাৰত
খেৰ বাঁহেৰে সাজি লয়,
চল্লিশ জনলৈ থকা দেউৰী ঘৰকে
'জাকৰুৱা জুপা' কোৱা হয়।
সন্মুখত থকা মুকলি কোঠাটোক
'মিচ্চ' বুলিহে কয়,
আলহি শুশ্ৰূষা হয় ইয়াতেই
গৃহস্থয়ো জিৰণি লয়।
'মিচ্চ' কোঠাটো ব্যৱহাৰ হয়
ডেকাইঁত শুৱৰ কাৰণে,

পৰম্পৰা মতে চলা দেউৰীয়ে
ব্যতিক্রম কিবা নেজানে।
ৰন্ধাবঢ়াৰ শেষৰ কোঠাটিক
পবিত্ৰ জ্ঞান কৰে,
বাহিৰা লোকৰ প্ৰৱেশ নিষেধ
গৃহস্থৰ বিনা আজ্ঞাৰে।
কৃষিয়েই জীৱিকাৰ মূল ভেটি
কৰে আহু শালি দুবিধ,
ৰবি শস্যও কৰে দেউৰীয়ে
পোহে গাহৰি কুকুৰা বিবিধ।
দেউৰী শিপিনীৰ তাঁতৰ কাপোৰে
পৰিয়ালক যোগান ধৰে,
আৰ্থিক দিশত মহিলা সকলেও
সহায় সহযোগ কৰে।
ভাতেই প্ৰধান খাদ্য যদিও
আছে 'চুজে'ৰ ব্যৱহাৰ,
গাহৰি, কুকুৰা হাঁহৰ মঙহো
দেউৰীৰ প্ৰিয় আহাৰ।
'চুজে' নহ'লে অতিথি সৎকাৰ
নহ'ব নিয়ম মতে,
প্ৰতি গৃহস্থই 'চুজে' কন ৰাখে
সামৰ্থ্য অনুপাতে।
পিতৃ প্ৰধান দেউৰী সমাজ
পুত্ৰই পাই সম্পত্তি,
পত্নী কিম্বা জীৰ দাবী নাই
এয়ে পৰম্পৰা ৰীতি।
চাৰিটা খেলেৰে দেউৰী জাতি
দিবঙীয়া, বৰগঁঞা,
পাটৰ গঁঞাৰ চিনহে নাই
আছে হ'লে টেঙাপনীয়া।
খেলবোৰৰ বংশ আছে
'জাকো' নামেৰে জানি,

একে বংশৰ ডেকা গাভৰুৰ
বিয়াত হয় বিঘিনী।
খেলত যদিও সমাজ বিভক্ত
জানিব নোবাৰি পিছে,
বিয়াৰ বাহিৰে খেলৰ বিষয়ে
আলোচনাত বাধা আছে।
গাঁৱৰ গৰাকী গাঁওবুঢ়া থাকে
ধৰ্মৰ মূল দেউৰী,
চাৰি প্ৰধান বিষয়া মিলি
ধৰে ধৰ্মৰ গুৰি।
'বৰদেউৰী' আৰু 'সৰু দেউৰী'ৰ
আছে কাম ভাগে ভাগে,
বৰ ভড়ালী আৰু 'সৰু ভড়ালীয়ে
পূজাৰ যোগাৰ কৰিব লাগে।
ঢোলৰ চেৱত অচেতন হৈ
'দেওধায়ে' কয় ভৱিষ্যৎ,
বিশ্বাস ৰাইজৰ ঈশ্বৰ আহি
স্থিতি লয়হি দেওধাইত।
এক পত্নী প্ৰথা দেউৰীয়ে মানে
বিধবা বিবাহ প্ৰচলিত,
একে বংশত বিবাহ নিষিদ্ধ
নিয়ম ইটো সৰ্ববিদিত।
চাৰিবিধ বিয়া দেউৰী লোকৰ,
'বৰ', 'মাজু', 'ভকতৰুপীয়া',
গন্ধৰ্ব বিয়াৰ প্ৰচলন আছে
আছে 'জোনেঙ্গা লাহাৰুৱা'।
গাহৰিৰ মঙহ আৰু শুকান মাছ
'চুজে'ৰ লগত তামোলপান,
বিয়াৰ প্ৰধান বস্তু কেইবিধ
ধৰিলে নহ'ব টান।
দেউৰী বিয়াত কটকীৰ দৰে
'পাথৰিয়াই' কাম কৰে,

তেওঁৰে চেষ্টাত গাধন খিনিৰ
জেঙা থাকিলে মৰে।
হৰ পাৰ্বতী মূল দেৱ দেৱী
পূজা পবিত্ৰ থানত,
দিবঙীয়াই কয় কুণ্ডীমামা
'সুন্দৰীয়াই' পূজে 'মিদিকুত।
থানৰ বাহিৰে গৃহ পূজা আছে
পূজে নানা দেৱ দেৱী,
'বকনমাক্' 'মিৰুচি' 'বুঢ়া ডাঙৰীয়া'
'ঘৰদেউ' আৰু 'জিয়ামদি'।
বুধবাৰক মানে পবিত্ৰ দিন
থানত পূজা দিয়াৰ,
বলিবিধান হ'লেহে পিছে
পূজা সফল হয় দেৱতাৰ।
প্ৰধান উচব বহাগীয় বিছু
সাদিন ধৰি চলে,
বহাগৰ প্ৰথম বুধবাৰটোতে
বিহুৰ পাতনি মেলে।
চ'ত মাহৰ সংক্ৰান্তিতো
বিহু আৰম্ভ হয়,
বুধবাৰ নপৰিলে কিন্তু
উচব আৰম্ভ নহয়।
বিচুৰ আৰম্ভ থান পূজাৰে
বলিবিধানো লাগে,
'সুৱচনী' দেৱীৰ আশীষ বিচাৰে
পৰিয়ালৰ সুখৰ বাবে।
পূজাৰ শেষত পুৰুষ সকলে
বলিৰ মঙহৰে,
ভোজ ভাত খাই আনন্দ কৰে
অসীম উলাহেৰে।
ডেকা গাভৰুৰ হুচৰিৰ দলে
ঢোল, তাল, তকা লৈ,

থানত বিচু আৰম্ভ কৰে
দেৱতাৰ আশীষ লৈ।
মাঘৰ প্ৰথম বুধ বাৰেই
'মাগীয় বিচু'ৰ দিন,
'মৰংঘৰ'ত ভোজ ভাতেৰে
উচব কৰে এদিন।
শৱদাহ প্ৰথা আছে দেউৰীৰ
চিতা সাত খলপীয়া,
পুৰোহিত শ্ৰেণীৰ চিতাত কিন্তু
খৰি থাকে ন খলপীয়া।
চতুৰ্থ দিনত শুচি সকাম হয়
বুঢ়ামেথা গোট খায়,
কুকুৰাৰ জোল আৰু চুজে পানীয়
মৃতকলৈ আগবঢ়ায়।
শুচিৰ প্ৰধান সকামটি হ'লে
বছৰৰ মূৰতহে হয়,
জ্ঞাতি কুটুম ৰাইজ মিলি
জ্ঞাতিভোজত অংশ লয়।

**টোকা : দেউৰী শব্দৰ অসমীয়া অৰ্থ।**

| | |
|---|---|
| জাকৰুৱা জুপা | : দিবঙীয়া দেউৰীৰ যৌথ পৰিয়াল। |
| মিচ্চ | : দেউৰী চাংঘৰৰ সন্মুখৰ মুকলি কোঠা। |
| চুজে | : ঘৰত তৈয়াৰ কৰা ভাতৰ মদ। |
| জাকু | : বংশ বা ফৈদ। |
| খেল | : দেউৰীৰ প্ৰধান চাৰিটা ভাগ। |
| বৰদেউৰী | : প্ৰধান পুৰোহিত। |
| সৰু দেউৰী | : প্ৰধান পুৰোহিতৰ সহায়ক। |
| বৰ ভৰালী | : পূজা পাৰ্বনৰ আৱশ্যকীয় সামগ্ৰী আহৰণৰ দায়িত্বত থকা বিষয়া। |
| সৰু ভৰালী | : বৰ ভৰালীৰ সহায়ক। |
| দেওধাই | : ভৱিষ্যৎ বাণী কৰা বয়সস্থ লোক, থানপূজাত আগদিনাৰ পৰা ব্ৰত কৰি থকা বয়সস্থ লোকজনে ঢোলৰ চেৱত নাচি নাচি |

অচেতন হৈ পৰে আৰু তেতিয়াই বছৰটোলৈ ৰাইজৰ মঙ্গল অমঙ্গলৰ বিষয়ে ভৱিষ্যৎ বাণী কৰে।

বৰ বিয়া : দৰা কন্যাৰ পিতৃ-মাতৃৰ পচন্দ মতে হোৱা বিয়া। এই বিয়া ব্যয়বহুল আৰু তিনিদিনীয়া।

ভকতৰুপীয়া : বৰ বেচি জাক জমক নথকা এদিনীয়া বিয়া।

গন্ধৰ্ব : দৰা কন্যাৰ মনৰ মিলহে হোৱা বিয়া।

জোনেঙ্গা লাহাৰুৱা : পলুৱাই অনা বিয়াৰ দিবঙীয়া খেলে দিয়া নাম।

পাথৰিয়া : বিয়াত গাধনৰ পৰিমাণ মীমাংসা কৰা বিষয়া।

গাধন : বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃ-মাতৃক দিয়া টকা বা বস্তু।

কুণ্ডীমামা : হৰপাৰ্বতী (দিবঙীয়া খেলৰ)।

সুন্দৰীয়া : বৰদেউৰীৰ ফৈদ (দিবঙীয়া খেলৰ)।

মিদিকু : থানঘৰ।

বকনমাক, মিৰুচি<br>বুঢ়া ডাঙৰীয়া } : গৃহ দেৱতা।

জিয়মিদী : ঘৰৰখীয়া দেৱতা।

থানঘৰ : ৰাজহুৱা পূজা অৰ্চনা কৰা মন্দিৰ।

বহাগীয় বিচু : চ'তৰ সংক্ৰান্তিত (বুধবাৰ হলে) বা বহাগৰ প্ৰথম বুধবাৰত আৰম্ভ কৰা সাদিনীয়া ৰঙালী বিহু।

সুবচনী পূজা : গৰু বিহুৰ দিনা ঘৰৰ গৃহস্থই পৰিয়ালৰ মঙ্গলৰ হকে কৰা গৃহ দেৱতাৰ পূজা।

মাগীয় বিচু : পুহ মাহৰ সংক্ৰান্তিত (বুধবাৰ হ'লে) বা মাঘ মাহৰ প্ৰথম বুধবাৰে পতা মাঘ বিহু।

মৰংঘৰ : থানঘৰৰ কাষতে থকা উৎসৱত বিভিন্ন কামত ব্যৱহাৰ হোৱা মুকলি ঘৰ।

# কাৰ্বি পৰিচয়

ভতিজাই সোধে মিকিৰনো কোন,
কোবাচোন খুড়া খুলি,
কাৰ্বিৰ পূৰ্বৰ নামেই মিকিৰ
ভতিজাক ক'লো এইবুলি।
মিকিৰ বুলিলে ভাল নেপায়
কাৰ্বি নামে পৰিচয়,
আৰ্লেং বুলিও চিনাকি দিয়ে
পাহাৰেই ঘাই আলয়।
কাৰ্বি আংলং পাহাৰত বাস
উত্তৰ কাছাৰতো আছে,
নগাঁও জিলাৰ কাৰ্বি সকল
ভৈয়ামত বাস কৰিছে।
কামৰূপ জিলাৰ অঞ্চল বিশেষ
কাৰ্বিৰ বসতি স্থল,
শোণিতপুৰৰ গাঁবতো আছে
কাৰ্বিৰ সৰু অঞ্চল।
মঙ্গোলয়দ গোষ্ঠীৰ মানুহ কাৰ্বি
তিব্বত বাৰ্মা ভাষী,
কলং কপিলীৰ পাৰৰে লোক
আছিল জয়ন্তীয়া বাসী।
পাহাৰ শিখৰত থাকি ভাল পায়
সৰু সৰু গাওঁ পাতি,
ঝুম খেতিৰে জীৱিকা চলায়
কৰি নানাবিধ খেতি।
ঝুমৰ মাটি বিচাৰি বিচাৰি
গাওঁ নতুনকৈ পাতে,
সমতলৰ কাৰ্বি থাকে
চিৰস্থায়ী খেতিতে।
ভৈয়ামত থকা কাৰ্বি লোকক
ডুমৰালি বুলি কয়,

পাহাৰৰ দৰে গাঁও সলায়
নুফুৰিলেও হয়।
পাহাৰত থকা কাৰ্বি লোকে
চাংঘৰহে ভালপায়,
বাৰান্দা থাকে ঘৰৰ আগে পিছে
শান্তিৰ জিৰণি ঠাই।
ভৈয়ামবাসী কাৰ্বিয়ে সাজে
মাটিৰ ভেটিত ঘৰ,
খেৰ বাহৰ ঘৰত থাকে
নাই একো ভিনপৰ।
‘ফাৰ্‌লা’ নামৰ ডেকাচাং খনি
কেন্দ্ৰ সমাজ সেৱাৰ,
দহ বছৰৰ ওপৰ ডেকাৰ
ঠাই ৰাতি কটোৱাৰ।
বাঁহ বেতৰ শিল্প শিকাৰ
‘ফাৰ্‌লা’ই প্ৰধান ঠাই,
বাদ্যযন্ত্ৰৰ প্ৰশিক্ষণ লৈ
পৰম্পৰা ৰাখি যায়।
ভাতেই প্ৰধান খাদ্য যদিও
আলু কচুও খায়,
শুকান মাছৰ আঞ্জা খনিৰ
সমান একো নাই।
গাহৰি কুকুৰাৰ মঙহকণো
কাৰ্বিয়ে ভাল পায়,
হৰলাং কনৰ সোৱাদ কিন্তু
আন একোতে নাই।
অতিথি সেৱাত লাগিব মদ
উৎসৱ আদিতো লাগে,
চাহৰ ব্যৱহাৰ নাই বুলিলেই হয়
গাখীৰ কণ নালাগে।
গাওঁ পৰিচালনাত থাকে গাঁওবুঢ়া
জিলা পৰিষদে দিয়া,

গাঁওবুঢ়া থাকে চুবা বিলাকত
গঞ্জাৰ মূল বিষয়া।
গাঁওবুঢ়াৰ নামেৰে গাঁৱৰ নাম
কার্বি ৰাইজে ৰাখে,
উৎসৱ পার্বন, বিবাহ, সকামত
গাঁওবুঢ়াৰ স্থান আগে।
'কেৰুঙ আমেই' নামৰ ভড়াল
কার্বিৰ মাজত আছে,
ৰাইজৰ ভড়াল নামে জনাজাত
দুখীয়াক সহায় যাচে।
'মে' নামৰ ৰাইজৰ মেলত
বুঢ়ামেথা গোটখাই,
গঞ্জা ৰাইজে দায় দোষৰ
উচিত বিচাৰ পায়।
প্ৰতিগৰাকী কার্বি মহিলা
তাঁত শিল্পত নিপুন,
পৰিয়ালৰ সকলোৰে বাবে
কাপোৰ যোগায় নতুন।
'চয়নাংপো' চোলা আদহীয়াৰ
ডেকাৰ 'চাইহোথৰ',
'পই' নামৰ বগা পাগুৰিৰে
জ্যেষ্ঠক শুৱাই বৰ।
'পিনিচামফ্লাক' মেখেলা পিন্ধি
'জাৰেক' চাদৰ লয়,
'ৱানপোৰে বান্ধিলৈ কাকল
মহিলা শুৱনি হয়।
কার্বিৰ আছে পাচোটি গোত্ৰ
'কুৰ' বুলিহে কয়,
'ইংঘি, তেৰাং, তেৰণ, তিমুং
ইংতি নামে পৰিচয়।
একে কুৰত বিবাহ নহয়,
নিয়ম ইটো পৰম্পৰা,

প্ৰচলিত নিয়ম মানিব লাগে
নহ'লে সমাজ ত্যাগ কৰা।
বহুপত্নীত একো বাধা নাই
এনে পৰিয়াল কম,
বিধবা নবৌক বিয়া কৰোৱা
দেওৰেকৰ আছে নিয়ম।
খোজা বঢ়াৰে বিয়াখন পাতে
পলুৱাই অনা বৰ কম,
'গাধন' প্ৰথাৰ প্ৰচলন নাই
বিবাহ বিচ্ছেদত সংযম।
'আৰনাম্ সংসাৰ ৰিচ' গোঁসাই
গৰাকী এই ব্ৰহ্মাণ্ডৰ,
স্ৰজন কৰিছে নানা দেৱী দেব
কাৰ্বি লোকৰ ধৰমৰ।
'হেমফু' নামৰ ঘৰৰ দেওজন
আছে কাৰ্বিৰ মাজত,
'মুকৰঙ'কো নিতে পূজা কৰি
শান্তি পাইছে গৃহত।
বছৰ আৰম্ভত 'ৰংকেৰ' উচৱ
পাতে ৰং উলাহেৰে,
কাৰ্বি পুৰুষে পূজে দেৱদেৱী
গাঁওৰ শান্তি কামনাৰে।
মাৰি মৰক বেমাৰ আজাৰ
নহয় প্ৰাকৃতিক দুৰ্যোগ,
ৰংকেৰ পূজা সুখৰ আধাৰ
নাই কোনো ভয় বা ৰোগ।
'ৰফংৰংকে'ৰ উছৱ উলাহৰ
পাচ বছৰত এবাৰ,
বহুগাৱৰ ৰাইজ একে হৈ
কৰে পূজাৰ যোগাৰ।
খেতিৰ শেষত হাচা উচৱ
নাচ গানৰ শেষ নাই,

ৰাইজ মিলি ভোজ ভাত খাই
খেতিৰ ভাগৰ পলুৱায়।
শৱদাহ প্ৰথাৰ প্ৰচলন আছে
কাৰ্বি লোক সমাজত,
'থিৰি'ৰ নিয়ম উলংঘা কৰিলে
পৰে নানা বিপদত।
শৱদাহৰ শুচি সকাম
অনুষ্টুপীয়া হয়,
'চোমাংকান' কৰি শুদ্ধ হ'লেহে
মৃতকেও মুক্তি পায়।

**টোকা ঃ কাৰ্বি শব্দৰ অসমীয়া অৰ্থ।**

| | | |
|---|---|---|
| আৰ্লেং | ঃ | কাৰ্বিসকলে নিজকে আৰ্লেং বুলি চিনাকি দিয়ে। আক্ষৰিক অৰ্থ মানুহ। |
| জুম্ | ঃ | পাহাৰৰ হাবি জংঘল পুৰি মুকলি কৰা ঠাইত পৰম্পৰা ভাবে কৰা কৃষি পদ্ধতি। দুই তিনি বছৰে জুম খেতি কৰা ঠাই সলনি কৰে। |
| ডুমৰালি | ঃ | ভৈয়ামৰ কাৰ্বিক পাহাৰীয়া কাৰ্বিয়ে দিয়া নাম। |
| ফাৰ্লা | ঃ | ডেকাচাং। জিৰকেদাম্ নামেৰেও জনাজাত। দহ বছৰৰ ওপৰৰ ডেকাসকলৰ ৰাতি কটোৱা আৰু বিভিন্ন শিল্প কৰ্মৰ প্ৰশিক্ষণ কেন্দ্ৰ। |
| হৰলাং | ঃ | ঘৰত ভাতেৰে তৈয়াৰ কৰা মদ। |
| কেৰুংআমেই | ঃ | ৰাজহুৱা শস্যৰ ভড়াল। দুখীয়া লোকক বিপদত সহায় কৰা অনুষ্ঠান। |
| চয়নাংপো | ঃ | বয়সস্থ পুৰুষৰ চোলা। |
| প'হ' | ঃ | পাগুৰী। |
| মে' | ঃ | ৰাইজৰ মেল। |
| পিনিচাম্ফ্লাক্ | ঃ | মহিলাৰ মেখেলা বিশেষ। |
| জাৰেক | ঃ | মহিলাৰ বুকুত মৰা কাপোৰ। |
| বানপো | ঃ | মহিলাই ককালত মেৰিওৱা পেটি। |
| কুৰ্ | ঃ | গোত্ৰ। |

আৰ্নাম্ সংসাৰ

| | | |
|---|---|---|
| ৰিচ | ঃ | সৰ্বশক্তিমান ঈশ্বৰ। |
| হেমফু, মুকৰং | ঃ | গৃহদেৱতা। |
| 'ৰংকেৰ | ঃ | নতুন বছৰৰ আৰম্ভণিতে পুৰুষসকলে গাঁৱৰ মঙ্গলৰ কাৰণে পতা ধৰ্মীয় উৎসৱ। |
| হাচা | ঃ | ধান দোৱাৰ অন্তত অনুষ্ঠিত হোৱা নাচগানৰ উৎসৱ। |
| ৰ্ফংৰংকেৰ | ঃ | এখন মৌজাৰ অধীনৰ গাওঁসমূহৰ মঙ্গলৰ কাৰণে পতা ৰাজহুৱা ধৰ্মীয় উৎসৱ। |
| থিৰি | ঃ | শ্মশান। |
| চোমাংকান | ঃ | গৃহস্থৰ সুবিধানুযায়ী পতা মৃতকৰ সকাম। এই সকাম চাৰিদিন চাৰি ৰাতি ধৰি চলে। |

# ডিমাচা পৰিচয়

বড়োগোষ্ঠীত ভূক্ত ডিমাচা
তিব্বত বর্মাভাষী,
নিজকে নদীৰ সন্তান বোলে
উত্তৰ কাছাৰ নিবাসী।
'ডি'ৰে ডিমাচাই পানীক বুজায়
'মা'ৰ অর্থ ডাঙৰ,
'চা'ৰ অর্থ সতি সন্ততি
সেয়ে অর্থ ডিমাচাৰ।
উত্তৰ কাছাৰ পাহাৰ জিলা
প্রধান বসতিস্থল,
কার্বি আংলং, কাছাৰ জিলাতো
ডিমাচাৰ চলাচল।
'ৰাজি' নামৰ ডিমাচা গাঁওবোৰ
পাহাৰৰ নামনিত আছে,
খেৰবাঁহৰে সজা ডিমাচাৰ ঘৰে
পৰম্পৰা মানি আহিছে।
মাটিত সজা ডিমাচা ঘৰৰ
চৌপাশে আছে বেৰ,
প্রচণ্ড বেগেৰে অহা বতাহৰ
লগত মাৰিছে ফেৰ।
গাঁৱৰ মুখীয়াল মানুহ জনক
'কুনাভ' বুলিহে কয়,
তেওঁকেই সহায় কৰিবৰ হেতু
'দিলু'ৱে দায়িত্ব লয়।
'কুনাঙ'ৰ লগত দিলু থাকে
লগঁহে দুয়োটিয়ে,
বুঢ়া মেথা ৰাইজ সমবেত হৈ
দাই দোষৰ ৰায় দিয়ে।
'নদৰাং' নামৰ অনুষ্ঠান এটি
আছিল ডিমাচা ডেকাৰ,

সময়ৰ গতিত অনুষ্ঠানটিৰো
হেৰাল যশ অতীতৰ।
পাহাৰত থকা ডিমাচা সকলে
জুম খেতিহে কৰে,
সমতলৰ ডিমাচা সকলে হ'লে
শালি খেতিৰেহে তৰে।
ভাতেই প্ৰধান খাদ্য যদিও
'জু'ৰ ব্যৱহাৰ আছে,
হৰিণাৰ মঙহ অতি প্ৰিয় খাদ্য
তৃপ্তি দিয়ে শুকান মাছে।
কলাখাৰৰ ব্যঞ্জন খনি
প্ৰিয় অতি ডিমাচাৰ,
খাৰৰ আঞ্জা আৰু শুকান মাছে
তৃপ্তি যোগায় ল'ৰা বুঢ়াৰ।
'হাংচাও' নামৰ অনুষ্ঠান এটি
ডিমাচা লোকৰ আছে,
সমবায় যোগে জুমৰ খেতিত
গৃহস্থক সহায় যাচে।
ম'হ পালনত ডিমাচা জাতিৰ
বিশেষ খিয়াতি আছে,
ম'হ পোৱালি বিক্ৰী কৰিও
উপাৰ্জন বহুত কৰিছে।
তাঁতৰ শালত ডিমাচা নাৰীৰ
শিল্পীৰ সপোন জাগে,
পৰিয়ালৰ কাপোৰ খিনি
যোগায় ভাগে ভাগে।
ৰিচ'ধুতিৰে পুৰুষ শুৱনি
মূৰত শুকুলা পাগ,
'ৰিনচাও' চাদৰ খনি গাতলৈ
আসন লয় মেলৰ আগ।
'ৰিগু' মেখেলাই শুৱাই মহিলাক
নিজে বৈলয় শালত,

'ৰিজামফাই' খনি বুকুতে লৈ
কামত লাগে ৰং উলাহত।
'ৰিখাওচা' নামৰ ফুলাম চাদৰখন
নাচিবৰ কাৰণে বোৱা,
গাভৰু ছোৱালীৰ বুকুৰে কাপোৰখন
সবাৰে চকু জুৰোৱা।
'চেংফং' নামৰ গোত্ৰ চল্লিশ
আছে পুৰুষৰ মাজত
বিয়াল্লিশ গোত্ৰও আছে তিৰোতাৰ
'ঝালুক' নামে পৰিচিত।
একে গোত্ৰত বিবাহ নহয়
এয়ে পৰম্পৰা ৰীতি,
পিতৃৰ গোত্ৰ পুত্ৰই পায়
মাক জীয়েক সগোত্ৰী।
ডিমাচা সমাজ পিতৃ প্ৰধান
পুত্ৰই পায় সম্পত্তি
পৰম্পৰাৰ এই নিয়মত
নাই কাৰো আপত্তি।
মাতৃৰ নিজা কাপোৰ গহনা
তাতশালখনো সম্পত্তি,
'জীৰ বাহিৰে আন কোনোবে
বিচাৰিলেহে বিপত্তি।
খোজা বঢ়া কৰি বিয়া পতাই
নিয়ম ডিমাচাৰ,
পলুৱাই অনা বিয়াও চলে
পালন কৰি লোকাচাৰ।
গাধন প্ৰথাক 'কাল্‌তি' বোলে
পাচশ টকালৈ হয়,
দৰাই শক্তিৰে দিয়া থিনিকে
কাল্‌তি বুলিও লয়।
শিক্ষিত ডেকা চামৰ লোকে
কাল্‌তি ভাল নেপায়,

গাধন প্ৰথাৰ বিলোপ সাধন
হ'লেহে ভাল পায়।
'শিবৰাই' হ'ল উপাস্য দেৱতা
মহাদেউ অন্য নাম,
শৈৱ আৰু ডিমাচা ধৰ্মৰ
সমন্বয় অনুপাম।
'দুৰাজা', নাইখুৰাজা' নামে দেৱতা
'বাৰাজা আছে ডিমাচাৰ,
'গনয়ুংব্ৰায়ুং' আৰু 'হামিয়াদাও'ক
পূজে ষোড়শোপচাৰ।
ভূত প্ৰেতত বিশ্বাস আছে
পূজা দিয়ে নিয়মত,
বেমাৰ আজাৰ অপায় অসুয়াৰ
গুৰি পায় ভূত প্ৰেতত।
'হোজাইচা' গোত্ৰৰ পূজাৰীহে লাগে
দেবদেৱী পূজিবলৈ,
এই গোত্ৰৰ পূজাৰী নহ'লে
ৰাইজৰ হ'ব যে বিলৈ।
'কুনাং' জনেও পূজা সকামত
অংশ ল'বহে লাগে,
'চেমফঙ'ৰ উপৰি পুৰুষক
কুনাঙেহে বৰ মাগে।
গাহৰি, কুকুৰা ম'হেই প্ৰধান
বলি বিধান দেৱতাৰ,
বলি অবিহনে পূজা পাৰ্বন
সমাধা নহয় ডিমাচাৰ।
ধান দাই পাতে বিচু উৎসৱ
অতিকৈ ৰং উলাহৰ,
গাঁৱৰ মূৰৰ 'ফাংচ্‌লাই জনায়
সংস্কৃতি ওখ থাপৰ।
'ৰাজিনীগাব্ৰা' নামৰ উৎসৱ
দিন দুপৰতে হয়,

'হাৰনিগাৱ্ৰা'ৰ পূজা কিন্তু
ৰাতিতহে সময়।
প্ৰথম বিধৰ পূজা হয়
খেতিৰ আৰম্ভতে,
'হাৰনিগাৱ্ৰা'ক পূজা দি
থাকে সুখ শান্তিতে।
গাঁৱৰ মূৰৰ বন্ধ জপনা
খোলাৰ নিয়ম আছে,
নিয়ম ভঙ্গ কৰিলেহে পিছে
বিপদ ফুৰে পিছে পিছে।
শৱদাহ প্ৰথাৰ প্ৰচলন আছে
'বাংফং' সাঙ্গীত ৰাখি
ধনী দুখীয়াৰ প্ৰাৰ্থক্য খিনি
'বাংফং' বাঁহতে দেখি।
দুখীয়াৰ সাঙ্গীত এটাই বাঁহ
গাহৰি এটিৰে সকাম,
চহকীৰ সাঙ্গীত বাঁহ কেবাটিও
দুটি ম'হৰ ভৰে দাম।
সাত দিনত হয় শুচি সকাম
গাঁএৱা জ্ঞাতি ৰাইজৰ,
শৱদাহৰ ভাগ লোৱা খিনিক
যোগান ধৰে 'জু' কনৰ।
'মাইমুমথাৰৱা'ৰ দিনটোৰ
এই দিনাই থিক কৰে,
মূল সকামটি সমাধা কৰে
ৰাইজৰ ভোজ ভাতেৰে।

**টোকা : ডিমাচা শব্দৰ অসমীয়া অৰ্থ।**

| | | |
|---|---|---|
| ৰাজী | : | ডিমাচা গাঁও। |
| কুমাং | : | গাঁৱৰ মুখীয়াল। |
| দিলু | : | কুনাঙৰ সহায়ক। |

| | | |
|---|---|---|
| নদৰাং | ঃ | ডেকাচাং। গাঁৱৰ মাজত অবিবাহিত ডেকাসকলে নিশা শুবলৈ আৰু বিভিন্ন শিল্প কৰ্ম শিকিবলৈ সজা চাংঘৰ। |
| জুম | ঃ | পাহাৰৰ হাবি জংঘল পুৰি মুকলি ঠাইত কৰা খেতি। |
| ‘জু’ | ঃ | ঘৰত তৈয়াৰ কৰা ভাতৰ মদ। |
| হাংচাও | ঃ | যুৱক-যুৱতীৰে গঠিত সমাজসেৱা অনুষ্ঠান। |
| ৰিচ’ | ঃ | পুৰুষৰ নীলা ৰঙৰ ধুতি। |
| ৰিনচাও | ঃ | পুৰুষৰ নানাৰঙী সূতাৰ কাম কৰা চাদৰ। |
| ৰিগু | ঃ | কপাহী বা এড়ি সূতাৰ তিৰোতাৰ মেখেলা। |
| ৰিজাম্‌ফাই | ঃ | তিৰোতাৰ বুকুত পিন্ধা নানাৰঙী কাম কৰা চাদৰ। |
| ৰিখাওচা | ঃ | নাচিবৰ কাৰণে গাভৰু ছোৱালীয়ে লোৱা নানাৰঙী চাদৰ। |
| চেংফং | ঃ | পুৰুষৰ গোত্ৰ। |
| জালুক | ঃ | তিৰোতাৰ গোত্ৰ। |
| কাল্‌তি | ঃ | দৰাই বিয়াৰ দিনা কন্যাৰ পিতৃ-মাতৃক দিয়া টকা বা বস্তু। কালতি ৩০০ টকাৰ পৰা ৫০০ টকালৈকে হয়। |
| শিবৰাই | ঃ | মহাদেৱ, শিৱ। |
| দুৰাজা, নাইখুৰাজা, ৱাৰাজা, গনয়ুব্ৰায়ুং | ঃ | ডিমাচাৰ উপাস্য দেৱতা। |
| হোজাইচা | ঃ | গোত্ৰ বিশেষ। এই গোত্ৰৰ পৰাহে পুৰোহিত নিৰ্বাচন কৰা হয়। |
| বিচু | ঃ | খেতিৰ শেষত অনুষ্ঠিত পাঁচদিনীয়া বা সাদিনীয়া উৎসৱ। |
| ফাংচলা | ঃ | বিচু উৎসৱ উপলক্ষে গাঁৱৰ মূৰত সজা ৰংচঙীয়া জপনা। |
| ৰাজিনিগাব্ৰা | ঃ | খেতি আৰম্ভ কৰাৰ আগতে দেৱতাৰ উদ্দেশ্যে পূজা দি ৰংধেমালি কৰা উৎসৱ। |
| হাৰনিগাব্ৰা | ঃ | ৰাজিনিগাব্ৰাৰ দিনা ৰাতিলৈ গাঁৱৰ মঙ্গলৰ কাৰণে পতা পূজা আৰু নাচ গানৰ উৎসৱ। |
| বাংফং | ঃ | বাঁহৰ সাঙী। মৃতকক শ্মশানলৈ নিবৰ কাৰণে ব্যৱহাৰ কৰা হয়। |
| মাইমুম্‌থাৰৱা | ঃ | মৃতকৰ মুক্তিৰ উদ্দেশ্যে কৰা মূল সকাম। |

# মেচ পৰিচয়

দক্ষিণ শালমৰা মেচৰ আদিম নিবাস,
ডিবুৰুৰ খোৱাঙতো মেচৰ বসবাস,
পাৰখোৱাৰ নামনিত মেচৰ গাওঁ আছে,
শোণিতপুৰতো মেচে গাওঁ পাতিছে।
গোলাঘাটৰ দৈয়াঙতো আছে মেচৰ গাওঁ,
প্ৰাক স্বাধীন কালৰ গাঁও অতি নিমাও মাও।
বড়োগোষ্ঠীৰ তিব্বত বৰ্মা শাখাৰ অধীন,
অসমকে আপোন বুলি হৈছে বিলীন।
জলপাইগুৰিৰ মেচী নদীৰ পাৰত আছিল,
তাৰে পৰা অসমৰ বহু ঠাইত বিয়পিল।
গ্ৰীয়াৰচনে ম্লেচৰ পৰা মেচ হোৱা বোলে,
বড়োৰ এটি শাখা বুলি লিখিছে এণ্ডেলে।
সেইটো কছাৰী আৰু মেচৰ মিল পায়,
বহুতে সেয়েহে মেচ কছাৰী বুলিও কয়।
বড়োৰ দৰে মেচো ইণ্ডোমঙ্গলয়দ গোষ্ঠীৰ,
জনসংখ্যাত কম হৈয়ো স্বীকৃত জনগোষ্ঠীৰ।
বড়ো ভাষাৰ লগত মিল আছে মেচৰ,
উজনিৰ মেচে পাহৰিলে ভাষা নিজৰ।
বড়োৰ দৰে চাৰিঘৰ চোতাল মাজত,
পিতামাতা থাকে সুখে উত্তৰ দিশত।
উজনিৰ মেচৰ হ'লে এই নিয়ম নাই,
চুবুৰীয়া লোকৰ দৰে ঘৰ দেখা পায়।
চোতালৰ আগত থাকে সিজু গছৰ পুলি,
নিত্য পূজা কৰে বাথৌক পুৱা আৰু গধূলি।
কৃষিয়েই জীৱিকাৰ প্ৰধান উপায়,
গাহৰি পুহিও পৰিয়াল চলায়।
ভাতেই প্ৰধান খাদ্য দুবেলা দুসাজ,
'জৌ'ৰ ব্যৱহাৰ আছে মেচৰ সমাজ।
উৎসৱ, পূজা সেৱাত লাগে 'জৌ'কন,
অতিথি সেৱাৰ সেয়ে মূল উপাদান।

মাছ মাংস প্ৰিয় খাদ্য সকলো মেচৰ,
পুৰণা খাদ্য ৰীতিৰ হ'ল বহুত লৰচৰ।
সাজ পোছাকত প্ৰায় বড়োৰ মিল আছে,
দখনাখনৰ নাম 'থিনথাই' ৰাখিছে।
তাঁতশাল প্ৰতিঘৰে আছে একোখন,
মহিলাসকল অতি সৰ্বকাৰ্যত নিপুন।
পুৰুষহে সম্পত্তিৰ অধিকাৰী হয়,
সম্পত্তিত অধিকাৰ মহিলাৰ নহয়।
গোত্ৰ আছে পাঁচবিধ 'আৰি' নামৰ,
দিনেকীয়া জীৱনত নাই একো বিচাৰ গোত্ৰৰ।
চাম্প্ৰমাৰি ফৈদে উচ্চ স্থান পায়,
পাচে পাচে নাৰ্জিনাৰি লগে লগে যায়।
বসুমতাৰী বুলি ফৈদ এটি আছে,
মোচাৰি, হাজোৱাৰিয়ে সমাজ পাতিছে।
আৰু চাৰিবিধ ফৈদ আছে মেচৰ,
বৰগাও, দৈমাৰি, গয়াৰি নামৰ।
খাট্‌লউ আৰি ফৈদ আন এটি নাম,
মেচৰ সমাজত কৰে ভিন ভিন কাম।
একে ফৈদৰ মাজত বিবাহ নহয়,
বৰ্তমান নিয়মৰো লৰচৰ হয়।
পৰম্পৰা মতে বিয়া ঘৰত দৰাৰ,
আজিকালি দৰা যায় ঘৰত কন্যাৰ।
গাধন প্ৰথা আছে মেচৰ মাজত
'জন' বুলি জনাজাত জনসমাজত।
বিধবা বিবাহৰ আছে প্ৰচলন,
দেওৰেকে নবৌক কৰে গ্ৰহণ।
'পানচিৰা' নিয়মত বিচ্ছেদ বিবাহৰ,
অনুমতি লাগিব জ্যেষ্ঠ সকলৰ।
পৰম্পৰা, ব্ৰাহ্ম, খৃষ্টীয়ান নামৰ,
মেচ সমাজ ভাগ হৈছে তিনি ধৰ্মৰ।
পৰম্পৰা মানি চলা মেচ লোক বেচি,
'বাথৌ' বা মহাদেৱৰ পূজা সেৱাত ৰুচি।

ব্ৰাহ্ম ধৰ্মৰ লোকসৱে বৈষ্ণৱ পন্থা মানে,
পূজা সেৱা, বলি বিধান একোকে নামানে।
খৃষ্টীয়ানে নিজ ধৰ্মৰ নিয়ম মানি চলে,
তিনিও বিধ মেচে কিন্তু থাকে সমিল মিলে।
খৰিদিয়া পদ্ধতিৰে শৱ সৎকাৰ,
কবৰ দিয়াৰো আছে নিয়ম মেচৰ।
মৃতকৰ শুচি সকাম আঠ দিনত পাতে,
কোনো লোকে পাতে সকাম বাৰদিনতে।

**টোকা ঃ মেচ শব্দৰ অসমীয়া অৰ্থ**

| | | |
|---|---|---|
| বাথৌ | ঃ | মেচসকলৰ উপাস্য দেৱতা, মহাদেউ। |
| জৌ | ঃ | ঘৰত ভাতৰ পৰা তৈয়াৰ কৰা মদ। |
| থিনথাই | ঃ | মেচ মহিলাই নিজে তাঁতশালত বোৱা মহিলাৰ শাৰী। |
| আৰি | ঃ | গোত্ৰ। |
| চাম্প্ৰমাৰি | ঃ | এই ফৈদৰ পৰা মেচসকলৰ পুৰোহিত জন বাচি লোৱা হয়। এই ফৈদৰ লোকসকলক উচ্চ আসন দিয়ে। |
| নাৰ্জিনাৰি | ঃ | নাৰ্জিন্ বা নাৰ্জেন্ শব্দই এবিধ বিশেষ গছক বুজায়। এই ফৈদৰ লোকসকলক চাম্প্ৰমাৰি ফৈদৰ পিছতে স্থান দিয়া হয়। |
| বসুমতাৰি | ঃ | এই ফৈদৰ লোক পৃথিৱীৰ পৰা উৎপত্তি হয় বুলি বিশ্বাস কৰে। মাতৃ-মাতা, বসু-পৃথিৱী। |
| মোচাৰি | ঃ | মোচাৰ অৰ্থ বাঘ। এই ফৈদৰ লোক বাঘৰ পৰা উৎপত্তি হোৱা বুলি বিশ্বাস কৰে। |
| হাজোৱাৰি | ঃ | হাজো বা পাহাৰৰ পৰা উৎপত্তি হোৱা লোক। |
| বৰগাও আৰি | ঃ | গাওৰ বৰমূৰীয়া (মান্দাই)। |
| দৈমাৰি | ঃ | নদী কাষৰীয়া লোক। |
| গয়াৰি | ঃ | তামোল উৎপন্ন কৰা লোক। |
| খাটলউ আৰি | ঃ | মিঠালাও উৎপন্ন কৰা ফৈদ। |
| জন | ঃ | বিয়াৰ দিনা দৰাই কন্যাৰ মাক দেউতাকক দিয়া ধন। |
| পানচিৰা | ঃ | ৰাইজৰ উপস্থিতিত এখন পান বিবাহিত পুৰুষ আৰু মহিলাই দুফালে ধৰি ফলা পদ্ধতিৰে বিবাহ বিচ্ছেদ। |

# কাছাৰৰ বৰ্মন পৰিচয়

ডিমাচা আৰু বৰ্মন একেটি সাঁচত গঢ়া,
ডিমাচাই পালে বৰ্মন উপাধি কাছাৰৰ পৰা।
আহোমে খেদালে কছাৰী ৰজাক ডিমাপুৰৰ পৰা,
মাইবঙত ৰাজধানী পাতিলে ঘন পাহাৰে ঘেৰা।
মাইবঙতো শান্তি নহ'ল খেদিলে ৰুদ্ৰসিংহই,
খাচপুৰলৈ নামি আহিল কছাৰী বাধ্য হৈ।
শেষ ৰজা গোবিন্দ চন্দ্ৰৰ দিন বেয়া হ'ল,
বৃটিছ ৰাজৰ বহতীয়া হৈ কছাৰী ৰাজ গ'ল।
কাছাৰত ডিমাচাই বাৰ্মা উপাধি ল'লে,
বেজবৰুৱা, বৰবৰুৱা, বৰলস্কৰ উপাধি পালে।
ব্ৰাহ্মণৰ প্ৰভাৱত বাৰ্মা হ'ল গৈ বৰ্মন,
লগুন লৈ চিনাকি দিলে শ্ৰেষ্ঠ হিন্দু সজ্জন।
ইবোৰ উপাধি লুপ্ত হ'ল বৰ্মন স্থায়ী হ'ল,
কাছাৰৰ ডিমাচা সেয়ে বৰ্মনত লীন গ'ল।
ইণ্ডোমঙ্গোলীয় বৰ্মনসকল জনগোষ্ঠী ভুক্ত,
তিব্বত বৰ্মা ভাষিক গোষ্ঠী নবসংস্কাৰ যুক্ত।
কৃষি কৰ্ম বৰ্মনৰ মূল সম্বল জীৱিকাৰ,
দুবেলা দুসাজ ভাতেই বৰ্মনৰ প্ৰধান আহাৰ।
ঘৰত তৈয়াৰী ভাতৰ মদ এবাতি,
আলহী শুশ্ৰূষাৰ প্ৰধান খাদ্য এটি।
গুৰেৰে তৈয়াৰী মদৰ কৰি ব্যৱসায়,
বহুত পৰিয়ালে উপৰুৱা আয় বঢ়ায়।
বৰ্মন ডেকাৰ নাম আছে বনকৰ্মী বুলি,
সেয়েহে কামৰ অভাৱ বুলি নেভাবে সমুলি।
মহিলা সকল পাৰ্গত তাঁত শিল্পত,
পৰিয়ালৰ কাপোৰ বৈ দিয়ে তাঁত শালত।
'ৰিগু নামৰ মেখেলা মহিলাই পিন্ধে,
বুকুত মেৰাই লয় 'ৰিজাম্‌ফাই' প্ৰবন্ধে।
মহিলাৰ পোৱাল অতি প্ৰিয় অলংকাৰ,
লগতে 'খামনটাই', 'চন্দ্ৰৱাল', ৰংবৰচাৰ'।

‘খাদু’ নামৰ অলংকাৰ ৰূপেৰে বনোৱা,
‘য়ানচিদাম্’ অলংকাৰ চকুমন জুৰোৱা।
বৰ্মনৰ থকা ঘৰ বাঙালী লোকৰ দৰে,
ডিমাচা পৰম্পৰাৰে বাসগৃহ নকৰে।
‘নদৰাং’ অনুষ্ঠান বৰ্মনৰ মাজত নাই,
ভৈয়ামৰ সংস্কৃতিৰ প্ৰভাৱ দেখা যায়।
যৌথ পৰিয়াল প্ৰিয় বৰ্মন সমাজ,
ভৈয়ামীয়া সংস্কৃতিয়ে কৰিছে বিৰাজ।
গাঁৱৰ মুখীয়ালক ‘কুনাং’ বোলা হয়,
‘দিল’ নামৰ সহকাৰী কুনাঙেহে লয়।
পৰম্পৰাৰ ‘কুনাঙ’ৰ এতিয়া প্ৰভাৱ নাই,
নতুন শিক্ষিত নেতাহে আগবাঢ়ি যায়।
গাঁৱৰ মেলত এই দুয়োৰ স্থান,
পৰম্পৰা আধুনিকৰ সহ অৱস্থান।
পুৰুষ আৰু স্ত্ৰী দুবিধ গোত্ৰৰ ব্যৱধান,
বৰ্মন সমাজত আছে পৰম্পৰা প্ৰচলন।
এনেকুৱা ব্যৱস্থা আন জনগোষ্ঠীত নাই।
বৰ্মন আৰু ডিমাচা সমাজতহে পায়,
‘চেমফং’ নামৰ পুৰুষ গোত্ৰ চল্লিশ,
‘জুলু’ নামে স্ত্ৰীগোত্ৰ আছে বিয়াল্লিছ।
‘চেমফং’ ডেকাগাভৰুৰ বিবাহ নহয়,
একে জুলুৰ বৰকন্যাৰ বিবাহ নিষিদ্ধহে হয়।
নৱজাতক যদি চেমফঙৰ হয় পুৰুষ,
চেমফং কুলতহে তেওঁৰ স্থিৰ হ’ব আয়ুস।
বিপৰীতে নৱজাতক স্ত্ৰী যদি হয়,
জুলুৰ ফৈদতহে তেওঁৰ মিলিব আশ্ৰয়।
ডিমাচাৰো এই নিয়ম প্ৰচলিত আছে,
ভৈয়ামৰ বৰ্মনেও পৰম্পৰা ৰক্ষা কৰিছে।
ডিমাচা বিবাহৰ একো মিল নাই বৰ্মনৰ,
বিবাহ সম্পন্ন হয় পদ্ধতি ব্ৰাহ্মণৰ।
বিবাহৰ প্ৰস্তাৱ আহে দৰাৰ পিতাৰ পৰা,
কন্যাৰ পিতাই সেই প্ৰস্তাৱ গ্ৰহণহে কৰা।

'চণ্ডী দং চেংবা' বুলি এই প্ৰথাক কয়,
দুয়োপক্ষৰ বিবাহৰ আয়োজন হয়।
'জৌ' ভৰা লাও লৈ দৰাপক্ষ যায়,
কন্যাঘৰত জৌ খাই বিয়াৰ দিন চায়।
বিয়াৰ ৰাতি দৰা থাকে কন্যাৰ ঘৰত,
পিচদিনা কন্যা অনা নিয়ম ৰাইজৰ মত।
'গাধন' প্ৰথাক 'কাল্‌টি' বুলি কোৱা হয়,
ডিমাচা পৰম্পৰা এৰা সহজ নহয়।
শিক্ষিত বৰ্মনে কাল্‌টি ভাল নেপায়,
নিয়ম মাত্ৰ ৰাখি আছে পৰম্পৰা চায়।
পুৰুষ আৰু স্ত্ৰী ফৈদ থকাৰ কাৰণ,
সম্পত্তিৰ অধিকাৰ সেয়ে নানা প্ৰকৰণ।
পিতৃ সম্পত্তি সদায় পুত্ৰৰ অধীন,
মাতৃ সম্পত্তিত মাত্ৰ স্ত্ৰীহে স্বাধীন।
আৰু এটি পৰম্পৰা বৰ্মন সমাজে এৰিলে,
ব্ৰাহ্মণ্য ধৰ্মলৈ পৰম্পৰা ত্যাগ কৰিলে।
ডিমাচা ধৰ্মীয় বিশ্বাস এৰিলে বৰ্মনে,
শাক্ত ধৰ্মৰ পূজাসেৱা কৰে সযতনে।
পৰম্পৰাৰ শিবৰাইক পূজে সকলোৱে,
শাক্ত শৈবৰ একাত্মতা ৰাখিছে শ্ৰদ্ধাৰে।
পুনৰ্জন্মত বিশ্বাসী বৰ্মন লোক সমাজ,
কৰ্ম ফল অনুযায়ী মিলে কাম কাজ।
দুবিধ মৃত্যুৰ প্ৰতি বৰ্মনৰ অতি ভয়,
গৰ্ভৱতী মাতৃৰ যদি প্ৰসৱত মৃত্যু হয়।
বাঘে খাই মৰাজনক ভয় কৰে অতি,
তেনে মৃত্যুৰ সৎকাৰ নকৰে মনপূতি।
খৰি দিয়া পদ্ধতিৰে শৱ কৰে সৎকাৰ,
শিশুৰ মৃত্যু হ'লে নিয়ম দিয়াহে কবৰ।
তেৰ দিনত শুদ্ধি সকাম পতা নিয়ম আছে,
ব্ৰাহ্মণ পুৰোহিত লগাই কাম সমাধা কৰিছে।
'হেডাৰি' নামৰ সেৱাৰ এটি অনুষ্ঠান আছে,
ডেকাসবে মিলি ৰাইজৰ নানা সেৱা যাচে।

বাৰী দুখুনী পৰিয়ালৰ কামবোৰ কৰে,
পুত্ৰহীন বুঢ়াবুঢ়ীক নানা বিপদত তৰে।
মাতৃভাষা শিক্ষা দিয়া প্ৰচলন নাই,
বাংলা ভাষাই শিক্ষাত প্ৰধান স্থান পায়।
ডিমাচা ভাষাৰ প্ৰয়োগ নিজ লোকৰ মাজত,
অনাবৰ্মনৰ লগত কথা হয় বাংলা ভাষাত।
পৰম্পৰা উৎসৱ বৰ্মনে দিছে বিসৰ্জন,
ৰাসলীলা, হোলিয়েহে পাইছে আসন।

**টোকা ঃ কাছাৰৰ বৰ্মন (ডিমাচা) ভাষাৰ শব্দৰ অসমীয়া অৰ্থ**

ৰিগু ঃ মেখেলাৰ দৰে পিন্ধা মহিলাৰ ৰঙীন কাপোৰ।

ৰিজাম্ফাই ঃ কপাহী চাদৰ, বুকুত মেৰাই লয়।

পোৱাল ঃ নেক্লেচ, ৰূপৰ সৰু মুদ্ৰাৰ লগত সাগৰীয় শামুক মিলাই লোৱা মহিলাৰ অতি প্ৰিয় আৰু বহুমূলীয়া অলংকাৰ।

খামন্টাই ঃ সোণৰ কাণফুলি।

চন্দ্ৰৱাল ঃ ৰূপৰ নেকলেচ।

ৰংবৰ্সা ঃ ৰূপৰ মুদ্ৰাৰ নেকলেচ।

খাদু ঃ গধুৰ ৰূপৰ খাৰু।

য়ান্চিদাম ঃ ৰূপৰ নাকফুলি।

নদ্ৰাং ঃ ৰাতি শুবৰ কাৰণে ব্যৱহৃত গাঁৱৰ মাজত অৱস্থিত ডেকাসকলৰ চাং ঘৰ। ডিমাচা সকলৰ মাজত এই অনুষ্ঠান আছে।

কুনাং ঃ গাঁৱৰ মুখীয়াল/গাঁওবুঢ়া।

দিল' ঃ গাওঁবুঢ়াক দৈনন্দিন কামত সহায় কৰা বিষয়া।

চেম্ফং ঃ পুৰুষৰ চল্লিশ টা ফৈদ।

জুলু ঃ মহিলাৰ বিয়াল্লিশটা ফৈদ, মন কৰবলগীয়া অসমৰ কোনো জনগোষ্ঠীৰ এনে ফৈদ বিভাজন নাই।

চণ্ডীদংচোৱা ঃ দৰাপক্ষৰ বিবাহৰ প্ৰস্তাৱত কন্যাৰ পিতৃ-মাতৃ সন্তুষ্ট হোৱা বিবাহৰ প্ৰথম পৰ্যায়ক বোলা হয়।

জৌ ঃ ঘৰত তৈয়াৰ কৰা মদ। সাধাৰণতে এবিধ বিশেষ ধৰণৰ চাউলৰ ভাতৰ পৰা এই মদ তৈয়াৰ কৰে। মদ তৈয়াৰ কৰা মহিলা গৰাকীয়ে বহুত নিয়ম পালন কৰিব লাগে।

কাল্টি ঃ দৰাই বিয়াৰ দিনা কন্যাৰ পিতৃক দিয়া ধন বা বস্তু।

| | | |
|---|---|---|
| শিবৰাই | ঃ | শিৱ/মহাদেউ |
| হেডাৰি | ঃ | ডেকাসকলৰ সমাজ সেৱা অনুষ্ঠান। |

## (হা) মাৰ পৰিচয়

উত্তৰ কাছাৰ জিলা মাৰৰ বাসস্থান,
কাছাৰ জিলাতো আছে মাৰৰ অৱস্থান।
পাহাৰৰ ওখ টিং মাৰে ভাল পাই,
পাহাৰীয়া জনগোষ্ঠীৰ সেয়া প্ৰিয় ঠাই।
মুখামুখী ঘৰবোৰ দেখি ভাল লাগি যায়,
দুশাৰী ঘৰৰ মাজত একোখন মুকলি ঠাই।
চাংঘৰত থাকে সাজি খেৰি ঘৰ,
দীঘলীয়া ঘৰ এটিত পৰিয়াল বৰ।
চাৰি খোটলীয়া ঘৰৰ বিভিন্ন ব্যবহাৰ,
'সম্মুখৰ' চউংকা ব্যবহাৰ হয় আতিথ্যৰ।
'চুমফুক'ক আবুৰ থকা বাৰাণ্ডা বোলে,
ধানবনা, খৰিথোৱা কামতহে চলে।
'টাপ্' বোলা জুইশাল তৃতীয় কোঠাত,
শুবৰ কাৰণে বিচনা থাকে এই ঠাইত।
জাৰকালি জুইশাল দিন ৰাতি জ্বলে,
পৰিয়ালৰ শোবাৰ ব্যৱস্থাও কাষতে চলে।
চতুৰ্থ কোঠালিক বোলা হয় 'নাম্‌থলাক'
পিছৰ বাৰাণ্ডাৰ কামত ব্যবহাৰ ইয়াক।
হস্ত শিল্পত খ্যাতি আছে পাহাৰৰ মাৰৰ,
বাঁহ বেতৰ সজুলিবোৰ যোগান ধৰে ঘৰৰ।
মৃৎ শিল্পত মহিলাৰ বিশেষ আছে খ্যাতি,
গাওঁ নিৰ্বাচনত সেয়ে বিচাৰে ভাল মাটি।
ভাতৰ চৰু, মদৰ কলহ, আদি মহিলাই কৰে,
বজাৰত বেচি পৰিয়ালৰ টকাৰ যোগাৰ ধৰে।
মহিলাই নিজৰ কাপোৰ নিজে বৈ লয়,
শিক্ষিত চামলোকে আধুনিক পোচাক ভাল পায়।
পুৰুষৰ 'দাৰকাই', 'পাইহাৰ্', লুকাম্ আছিল,
'পনদোম' নামৰ ৰঙীন চাদৰ লৈছিল।
মাৰৰ টুপীৰ এক পৰম্পৰা আছে,
যুদ্ধ জয়ৰ প্ৰতীক বলিহে গণ্য কৰিছে।

জুমখেতি জীৱিকাৰ প্ৰধান আশ্ৰয়,
দুবেলা দুসাজ ভাতৰ যোগাৰ খেতিতেই হয়।
বনৰীয়া শাকপাত আলু প্ৰিয় অতিকৈ,
মাংস বিচাৰি আনে ডেকাই চিকাৰলৈ গৈ।
'জু' নামৰ ঘৰত কৰা মদকনো খায়,
ফিকা চাহ খালেও কিন্তু গাখীৰ নেখায়।
উৎসৱ পাৰ্বনত জুৰ ব্যৱহাৰ হয়,
দৈনন্দিন খোৱাত বৰ আগ্ৰহী নহয়।
যৌথ পৰিয়াল লৈ মাৰে ভাল পায়,
পুত্ৰ বেলেগ হয় যদি সন্তান বৃদ্ধি হয়।
সম্পত্তিৰ অধিকাৰ থাকে পুত্ৰ হঁতৰ,
পুৰুষ প্ৰধান নিয়ম এয়ে সমাজৰ।
ব্যক্তিগত মালিকানা নাই মাটিৰ,
ৰাইজেহে গৰাকী হয় সকলো জমীৰ।
গাওঁ পৰিষদে দিয়ে মাটি জুমৰ,
পৰিয়ালে খেতি কৰে প্ৰতি বছৰৰ।
সমূহ ৰাইজ মিলি খেতিত লাগে,
নিজৰ ভাগত পৰা শস্য নিয়ে ভাগে ভাগে।
জুম খেতিত ৰবি শস্যও হয় বহুত,
বছৰৰ আৱশ্যক শইচ থাকে মজুত।
পূৰ্বতে মাটি আছিল 'চীফ'ৰ অধীন,
'চীফ' প্ৰথা বৰ্তমান কৰিলে বিলীন।
দাস প্ৰথা সমাজত আছিল একালত,
চীফৰ প্ৰাধান্য থকা সময় ছোৱাত
চীফে কৰিছিল সমাজৰ নানা উপকাৰ
দৰিদ্ৰজনে পাইছিল এজন সেৱক চীফৰ।
বিধবাই আশ্ৰয় পায় চীফৰ ঘৰত,
অনাথ শিশুৰো শেষ ভাৰষা চীফত।
বিবাহৰ সময়ত দাসৰ গাধন,
চীফেহে পোৱা নিয়ম আছিল প্ৰচলন।
'ইন্‌পুইচুৱক' বোলে এই বিধ দাসক
ৰাইজে পাইছিল চীফক দৰিদ্ৰ সেৱক।

অপৰাধী একোজনে বিচাৰে আশ্ৰয়,
চীফৰ দায়িত্ব তেওঁক দিয়াৰ অভয়।
অপৰাধীজনে যদি এৰে চীফৰ ঘৰ,
দায়িত্ব নলয় চীফে তেনে লোকৰ।
'চেম্‌চেন্ চুবক' বোলে এই বিধ দাসক,
পৰম্পৰা অনুসৰি চীফেই বিচাৰক।
চীফে আশ্ৰয় দিয়ে দুৰ্ভিক্ষ পীড়িতক,
শত্ৰুৰ দ্বাৰা আতংকিত অসহায় জনক।
পৰিস্থিতিৰ সলনিত মুক্ত এনেলোক,
দাস হৈ নেথাকি পায় নতুন আলোক।
সম্পত্তিৰ অধিকাৰ থাকে সৰু পুত্ৰৰ,
মাৰৰ ফৈদে এই নিয়মৰ কৰে লৰচৰ।
কোনো ফৈদত ডাঙৰ পুত্ৰই পায় সম্পত্তি,
অন্য পুত্ৰসবে কোনো নকৰে আপত্তি।
মহিলাৰ সম্পত্তিত নাই একো অধিকাৰ
পুত্ৰহীনৰ সম্পত্তি হয় নিকট আত্মীয়ৰ।
উত্তৰ কাছাৰত মাৰৰ বাৰ ফৈদ আছে,
ফৈদৰ নামেৰেহে গাঁৱৰ নাম হৈছে।
'পানগামটে, ৰেংচাটে, পাজামেট, ফিনেটে
খাউবাং, লুংৰাউলে, লুংটাও, জ্যোটে।
ভৰটে, খেলটে, খউল, থিৰিং বাৰফৈদ
মিলিজুলি থাকে সকলো, নাই ভেদাভেদ।
গাঁৱৰ মুখীয়ালক লাল বুলি কয়,
দুজন সহায়কলৈ তেওঁ গাওঁ চলায়।
এই তিনি মিলি হয় কাউন্সিল খন,
বয়সস্থ সকলেও পায় যোগ্য আসন।
গাঁৱৰ বিচাৰ হয় এই কাউন্সিলত,
কাউন্সিলৰ ৰায়দানত সকলো সন্মত।
এটি গাহৰি গোচৰ মাচুল বুলি লয়,
চালাম্ নামেৰে সমাজত জনাজাত হয়।
'ট্ৰাংচাম্ নামৰ প্ৰচাৰ বিষয়াই,
মেলৰ ৰায়বোৰ ৰাইজক জনায়।

একে গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ,
মাৰৰ মাজত তেনে বিয়া হয় শুদ্ধ।
এক পত্নী বিবাহ মাৰৰ পচন্দৰ,
বহুপত্নী ৰখাত নাই অপচন্দ ৰাইজৰ।
গাধন প্ৰথা মাৰৰ আছে প্ৰচলন,
দৰাই কন্যাৰ পিতৃক দিব লাগে ধন।
গাধন বেচি হয় কনিষ্ঠ কন্যাৰ,
পিতৃ-মাতৃৰ ভাগ সৰহ টকাৰ।
এক অংশৰ অধিকাৰ মাতৃকুলৰ,
মোমাই মামী খুড়াখুড়ী সম্বন্ধৰ।
খোজা বঢ়া পদ্ধতিৰে বিয়াবোৰ হয়,
দৰাপক্ষই এই কামত আগভাগ লয়।
বিয়াৰ দিনা দৰা কন্যাৰ ঘৰলৈ যায়,
দৰাৰ ঘৰতহে বিয়াৰ কাম সমাধা হয়।
খৃষ্টধৰ্মী মাৰৰ বিয়া হয় গীৰ্জাত
দৰা কন্যা ৰাইজ মিলি খায় ভোজভাত।
মাৰে বিশ্বাস কৰে দুই অপদেৱতাত,
ভাল বিধে উপকাৰ কৰে বুলি জনাজাত।
বেয়া বিধে বেমাৰ আজাৰ কৰে সততে,
পূজা পাতল বলি বিধান দিয়ে ঘৰতে।
অপদেৱতাৰ উপৰিও উপাস্য দেব আছে,
'পাথিয়েন্'ক প্ৰধান বুলি মাৰে মানিছে।
আত্মাৰ অমৰত্ব মাৰে বিশ্বাস কৰে,
মৃতকৰ আত্মাই তিনি ঠাইত ঘূৰে।
অসৎ জনৰ আত্মাই শান্তি নেপায়,
'মিথিখুৱ' নামৰ ঠাইত থাকি কষ্ট খায়।
'পিল্ৰাল' নামৰ এক আছে সুখৰ ঠাই,
ভালবেয়া সমান কাম কৰা জনেহে পায়।
'ভন্ৰাম' পবিত্ৰ আত্মাৰহে বাস,
চিৰ শান্তিৰ স্থান সুখৰ আবাস।
খৃষ্টিয়ান মাৰৰ এই বিশ্বাস নাই,
গীৰ্জাৰ প্ৰাৰ্থনাই প্ৰধান স্থান পায়।

শৱক কবৰ দিয়া প্ৰথা প্ৰচলিত,
মূল সকাম এবছৰত কৰে নিয়মিত।
'বনৰাম' নামৰ ঠাইলৈ আত্মা তেতিয়াহে যায়,
যেতিয়া মূল সকাম পাতি ভোজ ভাত খায়।

**টোকা ঃ মাৰ (Hmar) শব্দৰ অসমীয়া অনুবাদ,**

চউংকা ঃ ঘৰৰ সন্মুখৰ ফালে বেৰ নথকা মুকলি চ'ৰাঘৰ, মহিলাসকলে সূতাত ৰং কৰা কাম ইয়াতে কৰে। গধূলি এই কোঠাতে ঘৰৰ বুঢ়ামেথা ল'ৰা-ছোৱালী বহি নানা ফুচুৰি কথাপাতি ধেমালি কৰে। অতিথিক ইয়াতে বহিবলৈ দিয়া হয়।

চুম্‌ফুক্ ঃ চাৰিওফালে বেৰ থকা কোঠা, উড়াল মৰা, ঘৰৰ যাৱতীয় বস্তুবেহানি ৰখা আদি কামত ব্যৱহৰ হয়।

টাপ্ ঃ জুইশাল, জাৰকালি জুইকুৰা দিনে ৰাতিয়ে জলোৱা হয়। জুইশালৰ কাষৰ ঠাইখিনি বিচনা হিচাপে ব্যৱহাৰ হয়।

নাম্‌থ্‌লাক্ ঃ পিছফালৰ বাৰাণ্ডা হিচাপে ব্যৱহাৰ কৰে।

দাৰ্‌কাই ঃ পুৰুষৰ ধুতি।

পাইহাৰ্ ঃ পুৰুষৰ বগাচাদৰ।

লুকাম্ ঃ পুৰুষৰ ৰংচঙীয়া পাগুৰি।

পনদোম্ ঃ পুৰুষৰ এবিধ ৰংচঙীয়া চাদৰ।

জু ঃ ঘৰত ভাতেৰে তৈয়াৰ কৰা মদ।

জুম্ ঃ পাহাৰৰ হাবি জংঘল পুৰি মুকলি কৰা ঠাইত কৰা খেতি। দুই তিনিবছৰ খেতি কৰাৰ পিছত সেই ঠাই এৰি নতুন পাহাৰীয়া অঞ্চল মুকলি কৰি খেতি কৰে। কেইবছৰ মানৰ মূৰত পুনৰ প্ৰথম জুম খেতিৰ মাটিলৈ ঘূৰি আহে। ইয়াকে জুম চক্ৰও বোলে।

চীফ ঃ স্বাধীনতাৰ আগলৈকে থকা পুৰুষানুক্ৰমে প্ৰচুৰ ক্ষমতাৰ অধিকাৰী মূৰব্বী লোক। বৰ্তমান চীফৰ পূৰ্বৰ ক্ষমতা নাই। এই চীফ জন গাঁৱৰ সৰ্বে সৰ্বা। তেওঁৰ অধীনত দুৰ্বল লোকক দাস কৰি ৰাখিছিল। বহুত ক্ষেত্ৰত এই দাস প্ৰথা জন হিতকৰো আছিল।

ইন্‌পুইচুৱক ঃ চীফজনে দাস হিচাপে ৰখা দৰিদ্ৰ লোক।

চেম্‌চেন্‌চুৱক ঃ চীফৰ ঘৰত আশ্ৰয় লোৱা অপৰাধী লোক।

ট্ৰাংচাম্ ঃ গাঁৱৰ কাউন্সিলৰ সিদ্ধান্ত সমূহ ৰাইজৰ মাজত প্ৰচাৰ কৰা বিষয়া।

| | | |
|---|---|---|
| গাধন | ঃ | বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃক দিয়া ধন, বস্তু। এই টকাৰ এক অংশ গাঁবৰ ৰাইজেও পায়। |
| পাথিয়েন্ | ঃ | প্ৰধান উপাস্য দেৱতা। |
| মিথিখুৰ | ঃ | অসৎ লোকৰ আত্মাই মৃত্যুৰ পিছত কষ্টৰে কটোৱা ঠাই। |
| পিল্ৰাল্ | ঃ | ভাল আৰু বেয়া কাম কৰাজনে মৃত্যুৰ পিছত এই ঠাইলৈ যায়। তেওঁ সুখ দুখ দুয়োটা পায়। |
| ভন্ৰাম্ | ঃ | পবিত্ৰজনৰ আত্মাই মৃত্যুৰ পিছত চিৰ শান্তিৰ এই ঠাইত থাকিবলৈ পায়। |
| বন্ৰাম্ | ঃ | মৃতকৰ এবছৰৰ মূৰত কৰা শুদ্ধি সকামৰ অন্ততহে আত্মাই এই ঠাইলৈ যাব পাৰে। |

# ৰেংমা নগা পৰিচয়

নাগালেণ্ডৰ এটি মুখ্যগোষ্ঠী ৰেংমা নামৰ,
এটি গোট কার্বি আংলং জিলাত অসমৰ।
ৰেংমাৰ কুৰিখন গাওঁ আছে অসমত,
কার্বি আংলঙ জিলাৰ নাগাৰেংমা মৌজাত।
ঊনৈশ শতিকাৰ আদি ভাগতে অহা,
মৰঙীখোৱা গোহাঁয়ে দিছিলে বহা।
মঙ্গোলয়দ গোষ্ঠীভূক্ত ৰেংমা সকল,
দিচং আৰু মোংখা 'চীফ' ৰেংমাৰ আছিল,
ৰেংমা সকলে এই দুই চীফক বৰ মানিছিল।
চীফ জনেই ৰেংমা নগাৰ শাসক প্ৰধান,
গাঁও পৰিচালনাত থাকে চীফৰ মুখ্য আসন।
ৰেংমা দোৱানত গাঁৱক 'ফে'ন' বুলি কয়,
'কালো' নামেৰে গাঁৱৰ ঘৰক বুজায়।
নিৰিবিলি ৰেংমা গাঁও পাহাৰ টিঙত,
ভাল আলি পদূলিৰ সুবিধা নাই গাঁৱত।
দুশাৰী ঘৰৰ মাজত এটি পথ থাকে,
শাক-পাচলিৰ বাৰী থাকে পৃথকে।
'চোংপেগু্য' জনেই গাঁৱৰ মুখ্য প্ৰশাসক,
গাঁৱৰ গোচৰ আদিৰ তেঁৱেই বিচাৰক।
'পেথিন্যু' নামৰ পৰম্পৰা বেজ একোজন,
ৰাইজে মান কৰে গাঁৱৰ গুণীমানী জন।
ওখকৈ চাংঘৰৰ শাৰী তিনিটা কোঠাৰে,
পাহাৰ শিখৰত সাজে কাঠ বাঁহ বেতেৰে।
ঘৰৰ দুমুৰে থাকে বাৰাণ্ডা দুখন,
ৰেংমা দোৱান নাম 'কহুচুৱেন', 'কাঠেউচুৰেন'।
'খেপেনচুৱেন্' হল ঘৰৰ প্ৰথমকোঠা।
উড়াল মৰা, ধানৰখাৰ নাই একো লেঠা।
দ্বিতীয় কোঠাক বোলে 'কান্যচুৱেন্',
পৰিয়ালৰ বাবে ৰাখে জুইশালখন।
ঘৰৰ মূৰব্বী জন শোৱে ইয়াতেই,

বহু মূল্যবান বস্তু ৰাখে এই কোঠাতেই।
‘পাখেনচুৱেন্’ নামৰ কোঠাটি শেষত,
ব্যৱহাৰ হয় ৰন্ধাবঢ়া আৰু খোৱাবোৱাত।
‘জুম’খেতি প্ৰধান সম্বল ৰেংমা জীৱিকাৰ,
ধান, মাকৈ, কপাহ, আদাৰ ফচল অপাৰ।
ফলমূলৰ খেতিত ৰেংমা পাকৈত,
কমলা, আনাৰস হয় জুমৰ স্থলিত।
মহিলাসকল তাঁত শিল্পত নিপুন,
পৰিয়ালৰ কাপোৰ তাঁতত বৈছে চিকুণ।
সূতাত ৰং কৰা নিয়ম আছে পৰম্পৰা,
গছৰ শিপা, লতা, পাত আনে হাবিৰ পৰা।
বাঁহ বেতৰ শিল্পকৰ্মত আছে বহুৰূপ,
পৰিয়ালৰ এনে বস্তুৰ নাই কোনো অভাব।
‘ডেকাচাঙ’ক ৰেংমাই ‘ৰেন্‌চি’ বুলি কয়,
অবিবাহিত ডেকা সবৰ ৰাতিৰ আশ্ৰয়।
বাঁহ, বেত, কাঠ শিল্পৰ ৰেন্‌চিৰ অবদান,
স্বনিয়োজনৰ ই এক পৰম্পৰা অনুষ্ঠান।
দুবেলা দুসাজ ভাতেই প্ৰধান আহাৰ,
শাকপাত আলুকচুৰ অধিক ব্যৱহাৰ।
চিকাৰৰ জন্তুৰ মাংস অতি ভাল পায়,
মেথোন গাহৰিৰ মাংস মাজে মাজে খায়।
‘জু’ৰ ব্যৱহাৰ আছে ৰেংমা নগাৰ,
আলহি আপ্যায়নত ‘জু’ৰ ব্যৱহাৰ।
ফিকা চাহ বয়সস্থ লোকৰ পানীয়,
গাখীৰৰ ব্যৱহাৰ নহয় যে প্ৰিয়।
পৰম্পৰা সাজ পোচাক আছে ৰেংমাৰ,
‘এন্‌জান্‌য়ান পোচাক আছে বয়স্ক জনৰ।
আজিকালি নতুন চামে পিন্ধে ট্ৰাউজাৰ,
ধুতিও পিন্ধে সময় সুযোগ সবিধাৰ।
‘পিছ’ নামৰ পাগুৰিয়ে মূৰত শোভা পায়,
‘ফেহং চাদৰেৰে ডেকাক সুন্দৰ দেখায়।
বৃদ্ধ লোকৰ চাদৰক ‘জুদু’ বোলা হয়,

আজিকালি অৱশ্যে কোট চোলাহে লয়।
'গিনহু' আৰু 'ফেৰহে' স্কাৰ্ট মহিলাৰ,
ৰঙীন 'ফেহং' ব্যৱহাৰ হয় বকুৰ চাদৰ।
আজিকালি মহিলাই ব্লাউজ ভাল পায়,
আধুনিকা মহিলা বেংমাৰ মাজত দেখা যায়।
'বে'ন্‌পে'ন্ বেতৰ খাৰু পুৰুষে ভাল পায়,
বেতৰ 'খাজাঞ্চি' এতিয়া পাবলৈকে নাই।
ভৰিৰ সৰু গাঁঠিত পিন্ধে 'ফপেন' বেতৰ,
সমজুৱা নৃত্যত লাগে এইবিধ অলংকাৰ।
ৰূপৰ 'টাবিন্যু' পিন্ধে পুৰুষে কাণত,
ৰূপৰ 'টেন' শোভা পায় পুৰুষৰ হাতত।
মহিলায়ো 'টাবিন্যু' পিন্ধি ভাল পায়,
সাগৰীয় শামুকৰ 'টেহাৰউ'ৰে কণ্ঠ শুৱায়।
মৰ্যদাৰ প্ৰতীক-বুলি গণ্য কৰে ইয়াক,
নহ'লে যে সমাজত কটায় যায় নাক।
সাধাৰণ শামুকৰ আন এবিধ অলংকাৰ,
সদায় ব্যৱহাৰ কৰা এই বিধ কণ্ঠহাৰ।
'টেন' নামৰ খাৰু খুউব পচন্দ মহিলাৰ,
একুৰি পিতলৰ খাৰু সুন্দৰ অলংকাৰ।
পিতৃ প্ৰধান বেংমা সমাজ পিতাই প্ৰধান,
সম্পত্তিৰ অধিকাৰত মাত্ৰ পুত্ৰৰহে স্থান।
পিতৃ বিয়োগত সম্পত্তি বৰ পতেকৰ হয়,
বেংমা পৰম্পৰা আইনেও সেইদৰে কয়।
আকৌ সকলো পুত্ৰই সম্পত্তি সমানে পায়,
পৰম্পৰা আইনত ইয়াত কোনো বাধা নাই।
সম্পত্তিৰ ভাগ যায় পুত্ৰ হীন জনৰ,
মৃতকৰ ফৈদৰ নিকট সম্বন্ধীয় লোকৰ।
তোলনীয়া পুত্ৰ হয় সম্পত্তিৰ অধিকাৰী,
যদিহে তেওঁ হয় একে ফৈদৰ গৰাকী।
কেন্‌পুভন্যু, কানাব্‌জিন্যু, ৰেচ্‌বিন্যু,
জিচেন্‌বিন্যু, নিয়েনথান্যু চবিন্যু।
নাংদুন্যু, হেনবুন্যু অষ্ট ফৈদ আছে,

ৰেংমাই সমাজ ব্যৱস্থাৰ পৰম্পৰা ৰাখিছে।
ফৈদৰ নামেৰে উপাধি লিখা হয়,
চমু কৰি ফৈদৰ নামটো ৰাখি থয়।
একে ফৈদৰ ডেকা গাভৰুৰ বিয়া নহয়,
নিয়ম ভঙ্গ হ'লে সমাজৰ বহিস্কৃত হয়।
সৰু পৰিয়াল থাকে ৰেংমা নগাৰ,
অবিবাহিত পুত্ৰ কন্যা আৰু পিতা মাতাৰ।
কন্যাক ধৰি আনি বিয়া কৰা ৰীতি,
অতীতৰ এই নিয়ম অপ্ৰচলিত সম্প্ৰতি।
খোজাবঢ়া পদ্ধতিৰে বিয়াৰ যোগাৰ হয়,
দৰাৰ পিতৃয়ে প্ৰথমতে আগ ভাগ লয়।
বিয়া বন্দবস্ত হ'লে ভাবী জোঁৱায়ে,
ভাবী শহুৰৰ ঘৰত এবছৰ খাটি দিয়ে।
অৱস্থাপন্ন জোঁৱায়ে গাখাটি নিদিয়ে,
গাহৰি, গাই, কুকুৰাৰে গাধনহে দিয়ে।
পূৰ্বতে মেথোনেৰে গাধন দিছিল,
কাৰ্বি আংলঙত সেয়া প্ৰচলিত নাছিল।
কন্যাৰ মতামত দৰা পক্ষই লয়,
মতৰ মিল হ'লেহে বিয়া যোগাৰ হয়।
দৰাৰ পিতৃয়ে কন্যাৰ পিতৃক ধৰে মান,
'নিজেকে টিং আৰু ন্যে' দি কৰে সন্মান।
'চে'মপন্' নামেৰে এই প্ৰথাক বুজায়,
এবছৰৰ পিছতহে মূল বিয়াখন হয়।
মূল বিয়াত ভোজ ভাত নাচৰ আয়োজন,
কন্যাৰ ঘৰলৈ দৰা পক্ষৰ আগমন।
জোৰা নাম গাই কন্যাক নিবলৈ নিদিয়ে,
দৰা পক্ষৰ নামতীয়ে নামেৰে উত্তৰ দিয়ে।
দৰাপক্ষই কন্যাক জোৰকৈ লৈ যায়,
চাৰি ৰাতি কন্যাই দৰাৰ ঘৰত কটায়।
চাৰি ৰাতি দুয়োৰে দৈহিক মিলন নহয়,
এই সময় পাৰ হ'লে দুয়ো সংসাৰী হয়।
বহুপত্নী বিবাহত যদিও বাধা নাই,

ৰেংমাই এক পত্নীহে বিবাহ কৰে ঘাই।
বিধবা বিবাহত থাকে সন্মতি ৰাইজৰ,
নবৌ গৰাকীৰ বিয়া হয় লগত দেওৰৰ।
বিবাহ বিচ্ছেদ নাই বুলিলেই হয়,
কাচিৎহে এনে কাৰ্য দেখা পোৱা যায়।
ভাগিনীক বিয়া কৰা প্ৰথা হ'লে নাই,
অন্য জনগোষ্ঠী সমূহৰ এই বিয়া ঘাই।
'টেৰুন্যু' ৰেংমাৰ প্ৰধান উপাস্য দেৱ,
বছৰত এবাৰহে ৰাইজে কৰে সেৱ।
নিচাগু্য ঐশ্বৰ্যৰ দেৱতা আছিল,
নিচাগ্যীক সম্পদৰ দেৱী বুলিছিল।
তিনিবছৰত এবাৰ পূজা দিছিল,
যোল্ল দিনীয়া 'গেন্না' পালন কৰিছিল।
আত্মাৰ অমৰত্বত ৰেংমা বিশ্বাসী,
মৃত্যুৰ পিচত নৱজন্ম প্ৰত্যাশী।
মৃত্যুৰ দহ দিনত আত্মা গুচি যায়,
এই কথা বিশ্বাস কৰে সকলো ৰেংমাই।
ন দিন 'গেন্না' পালন কৰা হয়,
প্ৰতিদিন মৃতকৰ খাদ্য ৰাখি থয়।
দহ দিনৰ দিনা সমূহ খাদ্য লৈ,
মৃতকৰ কবৰত শ্ৰদ্ধাৰে দি আহে গৈ।
কবৰত চিন স্বৰূপে এচটা শিল ৰাখে,
ৰাইজক গাহৰিৰে ভোজ দিব লাগে।

**টোকা : ৰেংমা শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| দিচং | : | ৰেংমাৰ মুখ্য প্ৰশাসক/চীফ। |
| মোংখা | : | ঐ। |
| ফে'ন্ | : | গাঁও। |
| কালো | : | ঘৰ। |
| চোংপেগু্য | : | গাঁৱৰ মুখীয়াল/প্ৰশাসক। |
| পেথিন্যু | : | বেজ/কবিৰাজ। |
| কছুবেন | : | আগফালৰ বাৰাণ্ডা। |

| | | |
|---|---|---|
| কাঠেউচুৰেন | ঃ | পিছফালৰ বাৰাণ্ডা। |
| খেপেনচুৰেন্ | ঃ | ঘৰৰ প্ৰথম কোঠা। |
| কান্যুচুৰেন | ঃ | ঘৰৰ দ্বিতীয় কোঠা। |
| পাখেন চুৰেন | ঃ | ঘৰৰ পিছফালৰ কোঠা। |
| ৰেন্‌চি | ঃ | অবিবাহিত ডেকা সকলৰ ৰাতি শোৱা ঠাই। বাঁহ-বেত, আদি শিল্পৰ প্ৰশিক্ষণ কেন্দ্ৰ। |
| জু | ঃ | ঘৰত ভাতেৰে তৈয়াৰ কৰা মদ। পূজা আদিত জুৰ ব্যৱহাৰ হয়। |
| এনজান্‌য়ান্ | ঃ | বগা কাপোৰ। |
| পিছ | ঃ | পাগুৰি। আজিকালি পুৰুষসকলে নৃত্যতহে পাগুৰি ব্যৱহাৰ কৰে। |
| ফেহং | ঃ | পুৰুষৰ ৰঙীন বা বগা চাদৰ/স্কাৰ্ফ। |
| জুদু | ঃ | বৃদ্ধলোকৰ স্কাৰ্ফ। |
| গিন্‌হ | ঃ | স্কাৰ্টৰ দৰে ব্যৱহাৰ কৰা বগা কাপোৰ। |
| ফেৰ্‌হে | ঃ | স্কাৰ্টৰ দৰে ব্যৱহাৰ কৰা ৰঙীন কাপোৰ। |
| বে’ন্‌পে’ন্ | ঃ | বেতেৰে তৈয়াৰ কৰা ৰঙীন পুৰুষে বাহুত পিন্ধা অলঙ্কাৰ। |
| খাজাঞ্চি | ঃ | বেতৰ খাৰু। পুৰুষে এখন হাতত পিন্ধে। ইয়াৰ শিল্প কৰ্ম চকুত লগা। |
| ফপে’ন্ | ঃ | ভৰিত পিন্ধা বেতৰ অলংকাৰ। ই প্ৰায় ন ইঞ্চি দীঘল। নৃত্যৰ সময়ত পুৰুষে দুয়োটা ভৰিৰ সৰু গাঁঠিৰ ওচৰত এই অলংকাৰ পিন্ধে। |
| টাবিন্যু | ঃ | পুৰুষে কাণত পিন্ধা ৰূপৰ কেৰু। |
| টেন্ | ঃ | পুৰুষৰ ৰূপৰ খাৰু। |
| টেহাৰউ | ঃ | মহিলাৰ অতি প্ৰিয় অলংকাৰ। মূল্যবান সাগৰীয় শামুকৰ পৰা তৈয়াৰ কৰা হয়। |
| কেনপুভন্যু | | |
| ইত্যাদি | ঃ | আঠটা ফৈদ/বংশ। |
| নিজেকেটিং | ঃ | দীঘল দা। |
| ন্যে | ঃ | যাঠি। |
| চে’মপন্ | ঃ | ভাবী দৰাৰ পিতৃয়ে ভাবী কন্যাৰ পিতৃক দা, যাঠিৰে উপহাৰ দিয়া দিনটোক কয়। |
| টেৰন্যু | ঃ | প্ৰধান দেৱতা। এবছৰত এবাৰ গাহৰি, কুকুৰা আৰু গৰুপোৱালি বলি দি পূজা দিয়ে। |
| নিচাগু্য | ঃ | ধন ঐশ্বৰ্যৰ দেৱতা। |
| নিচাগ্যী | ঃ | ধন সম্পদৰ দেৱী। |
| গে’ম্না | ঃ | সম্পূৰ্ণ কৰ্ম বিৰতিৰ দিন। |

# জেমী নগা পৰিচয়

উত্তৰ কাছাৰ পাহাৰ জিলাত জেমীৰ বাসস্থান,
একুৰি জেমীগাঁৱক পাহাৰে দিছে সংস্থান।
বহুতে জেমীকে জেলিয়ান্ গ্ৰোং বোলে,
প্ৰকৃত্বতে জেলিয়ান গ্ৰোং তিনি গোষ্ঠীত মিলে।
জেমী বা জেমেই, লিয়াংমেই আৰু ৰংমেই,
জেলিয়ান গ্ৰোং হয় এই তিনিৰ সমষ্টিৰেই।
মণিপুৰত জেমী, লিয়াংমেক কাচানগা বোলে,
নাগালেণ্ডত এই দুইৰ নাম জেলিয়াং ৰাখিলে।
ৰংমেইক কাবুই নগা বুলিও জানে,
উত্তৰ কাছাৰত তিনিওৰে প্ৰাৰ্থক্য নেমানে।
অসমলৈ জেমী আহিল ওঠৰ শতিকাত,
মণিপুৰৰ পৰা সোমালেহি পাহাৰ জিলাত।
কছাৰী ৰজাৰ তলত থাকিব লাগিছিল,
উত্তৰ কাছাৰ কছাৰী ৰজাৰহে আছিল।
এই ৰাজ্য পতনত জেমীৰ বিপদ হ'ল,
আঙ্গামী নগাৰ খেদাত দিয়ঙলৈ গ'ল।
কপিলীলৈকে জেমী পলাই আহিল,
বহুত জেমী সেয়ে তাতেই থাকিল।
পাহাৰৰ শিখৰত জেমীৰ গাওঁ থাকে,
ধানৰ ভড়ালবোৰ কিন্তু নামনিতহে ৰাখে।
ঘৰবোৰ মাটিৰ ভেটিতহে সাজে,
দুশাৰী ঘৰৰ মাজত চোতাল বিৰাজে।
দহফুট ওখৰে ঘৰৰ সন্মুখৰ ফাল,
চাৰি ফুট ওখৰে পিছফালৰ দেৱাল।
পাহাৰ টিঙৰ প্ৰবল বতাহৰ কাৰণ,
এনেকুৱা ঘৰেহে কৰে বিপদ নিবাৰণ।
জেমী ঘৰৰ মাত্ৰ দুটি কোঠালি,
সন্মুখৰ ফালে থাকে বাৰাণ্ডা পঠালি।
পিছৰ কোঠাত ৰাখে জুই শালখন,
শালৰ ওপৰতে থাকে ওখ 'মাচাং' খন।

শস্যৰ বীজ, ধান, মাছ, মাংস আদি,
মাচাঙত ৰাখে এইবোৰ শুকাবলৈ দি।
ডেকা গাভৰুৰ ৰাতি কটাবৰ ঠাই,
'ম'ৰাং' নামৰ ডেকাচাং গাঁৱতে পাই।
ডেকাৰ ম'ৰাঙক বোলে হাংচেউকী,
গাভৰুৰ ম'ৰাঙৰ নাম লিউ চেউকী।
উত্তৰ কাছাৰৰ প্ৰতিখন জেমী গাঁৱত,
দুই তিনি ম'ৰাং থাকে গাঁৱৰ মাজত।
আঠ বছৰ বয়সৰ ছোৱালী বা ল'ৰা,
ৰাতি হ'লে ম'ৰাঙত থকা পৰম্পৰা।
ম'ৰাঙৰ ল'ৰাক কোৱা হয় 'কিয়েন্‌গা'
ছোৱালী গাভৰুক বোলা হয় 'কেলিয়না'।
'হাংচেউকী' দেখিবলৈ অতি মনোৰম,
পুৰণি সংস্কৃতিৰ ৰূপ দিছে অনুপম।
প্ৰকাণ্ড কাঠৰ খুঁটা ৰং বিৰঙৰ,
খোদিত আছে মেথোন, মূৰ হৰিণৰ।
যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ বন্দুক চিকাৰৰ,
ৰাখে ডেকা চাঙতে অতি মৰমৰ।
প্ৰশিক্ষণ দিয়া কাম ৰখীয়া জনৰ,
নানা কৰ্মৰ শিক্ষা লাভ সদস্য সবৰ।
হাতৰ কাম বাদ্য যন্ত্ৰ শিকে ইয়াতেই,
সকলো শিকায় ম'ৰাং ৰখীয়া জনেই।
ৰাইজৰ সেৱা কৰে ম'ৰাঙৰ ডেকাই,
অসহায় জনৰ জুমখেতি দিয়ে চপাই।
ঘৰ সজা কামত অসহায়ক সহায় কৰে,
ডেকাসবে মিলি দৰিদ্ৰ জনৰ দুখ হৰে।
'লিউচেউকী'ৰ নেথাকে নিজাকৈ ঘৰ,
কেৱল বুঢ়াবুঢ়ী থকা এখন ঘৰ গাঁৱৰ।
গাভৰু ছোৱালী খিনিৰ ৰাতিৰ আশ্ৰয়,
বুঢ়াবুঢ়ীয়ে দিব লাগে নিৰ্ভয় নিশ্চয়।
নাচগান আদিৰ ইয়াত চৰ্চা হয়,
সূতাকটা তাঁতবোৱা বিদ্যা শিকি লয়।

ঝুমখেতি জীৱিকাৰ প্ৰধান আশ্ৰয়,
নানা বিধ খেতিবাতি ঝুমতেই হয়।
ধান, মাকৈ, কপাহ, আদাৰ খেতি কৰে,
ৰঙালাও, বেঙেনা আদিৰে ভড়াল ভৰে।
ফলমূলৰ খেতিত জেমী নগা পাৰ্গত,
উপাৰ্জন হয় সুমথিৰা, আনাৰস ফলত।
জেমী নগাৰ দুসাজ ভাত প্ৰধান আহাৰ,
শাক পাচলি প্ৰিয় দাইলৰ কম যোগাৰ।
চিকাৰী জন্তুৰ মাংস খাই ভাল পায়,
মেথোন মাংসইহে হেপাহ পলুৱায়।
ফিকা চাহ খোৱাৰ অভ্যাস আছে,
আলহীকো এই চাহ মৰমেৰে যাচে।
উৎসৱ আদিতো ব্যৱহাৰ ফিকা চাহ,
'ইজাদুইজোং'কনেহে লয় বাহ্ বাহ্।
বাঁহগাজ অতি প্ৰিয় জেমী নগাৰ,
খাদ্য তালিকাত থাকে এই বিধ আহাৰ।
ছটা ফৈদ আছে জেমী নগা সমাজৰ,
'নপামে, নুকুৱামে, হেনুওমে' নামৰ।
চোগামে, পান্‌মে আৰু নৃয়ামে,
ৰাখিছে ছটি ফৈদ পৰম্পৰা নিয়মে।
বিবাহ নিষিদ্ধ একে ফৈদৰ মাজত,
পৰম্পৰা নিয়ম চলি আছে সমাজত।
প্ৰতি জেমী মহিলা তাত শিল্পত নিপুণ,
ৰং বিৰঙৰ কাপোৰ বয় দেখাত নতুন।
গছৰ পাত, শিপাৰে ৰং কৰে নিজ ঘৰতে,
পৰম্পৰা ভাৱে এই নিয়ম ৰাখিছে সততে।
মেথোন, গৰু, গাহৰি, ছাগলী আদি পোহে,
আৰ্থিকভাৱে সবল হোৱাত বহুত সহায় আহে।
অবিবাহিত জেমী ডেকাই 'নোপকপাই' লয়,
বিবাহিত জনৰ প্ৰিয় 'পাইটেক' হে হয়।
ক'লা বগা দুবিধ ধুতি পুৰুষৰ আছে,
'এনজিনগুই' আৰু 'হেনী' ক্ৰমে নাম ৰাখিছে।

জেমী মহিলাই পিন্ধে 'মিনি' নামৰ স্কাৰ্ট,
নোপাইমাঙ'ৰে ছোৱালীক কৰি তোলে স্মাৰ্ট।
'নোফাইটিক' আৰু 'ইমফাই' দুবিধ চাদৰ,
মহিলাই পৰিধান কৰে দেখাত সুন্দৰ।
অলংকাৰ প্ৰিয় জেমী পুৰুষ নাৰীৰে,
ভাগে ভাগে অলংকাৰ আছে দুয়োৰে।
পাহাৰৰ মণি আৰু শামুক সাগৰৰ,
অতিকৈ দামী 'টিউবা' আছে পুৰুষৰ।
আৰু এবিধ মহামূল্য পুৰুষৰ হাড়,
'লুইটিঅ' নামেৰে আছে পুৰুষৰ অলংকাৰ।
কড়ীৰ নেকলেচ্ পিন্ধি পুৰুষ সুন্দৰ,
গছৰ গুটিৰ কাণফুলিও প্ৰিয় পুৰুষৰ।
পিতলৰ খাৰু আৰু ব্ৰেচলেট আছে,
'হেকে' বেতৰ অলংকাৰে ভৰিত শোভিছে।
মহিলাৰ 'টেলাটিউ' এবিধ দামী অলংকাৰ,
সাগৰৰ শামুক, গছৰ গুটি, কড়ীৰ সমাহাৰ।
ইয়েৰিং পিন্ধে ৰং কৰা কপাহী সূতাৰ,
'ঘিটা' নামৰ এবিধ ব্ৰেচলেট আছে মহিলাৰ।
গাওঁ পৰিষদ থাকে প্ৰতি জেমী গাঁৱত,
গাওঁবুঢ়াই প্ৰধান হৈ থাকে পৰিষদত।
গাঁৱৰ বয়সস্থ লোক মলি হয় পৰিষদ,
গাওঁবুঢ়াই বিচাৰ কৰে বহি কাউন্সিলত।
পুৰুষ প্ৰধান সমাজ জেমী সমাজৰ,
পিতৃৰ সম্পত্তিৰ গৰাকী পুত্ৰ সবৰ।
পৰম্পৰা মতে সম্পত্তি বৰ পুত্ৰৰ হয়,
পৰিয়ালৰ দায়িত্বও সেয়ে তেৱেঁইহে লয়।
পুত্ৰহীনৰ সম্পত্তি সহোদৰ ভাতৃলৈ যায়,
ভায়েকো নেথাকিলে সেয়া কাউন্সিলে পায়।
মাকৰ সম্পত্তি ডাঙৰ জীয়েকেহে পায়,
কাপোৰ, অলংকাৰ, তাঁতশালে সম্পত্তি বুজায়।
জেমী নগাৰ মাটিৰ মালিকীস্বত্ব,
তিনি বিধ গৰাকীৰ মাজত আবদ্ধ।

মাটিৰ মালিক থাকে 'কেডিপিঅ' নামৰ,
জেমীৰ সমূহ মাটিৰ মুল গৰাকী গাঁৱৰ।
ঘৰ সজা মাটিৰ বাবদ নলয় খাজনা,
জুম খেতিৰ হ'লে দিব লাগে অৰিহনা।
এপাচি ধান দি জুমৰ মাটি পায়,
সকলো লোকেই এই নিয়মত চলি যায়।
প্ৰাকৃতিক দুৰ্যোগত দিয়ে খাজনা ৰেহাই,
'কেডিপিঅই কৰে ৰাইজৰ মৰম আদায়।
আন বিধ মাটিৰ গৰাকী হ'ল ফৈদ,
ছটা ফৈদে নিজৰ নিজৰ মাটি ৰাখে বৈধ।
নিজ ফৈদৰ লোকেহে ইয়াত খেতি কৰে,
আন ফৈদৰ লোকে দাবী কৰিব নোৱাৰে।
তৃতীয় বিধ মাটিৰ মালিক সমূহ পৰিয়াল,
পৰিয়ালবোৰৰ জুমৰ মাটিত নাই খৰিয়াল।
বিবাহ নিষিদ্ধ আছে একে ফৈদৰ মাজত,
পৰম্পৰা মতে চলি আহিছে সমাজত।
খোজা বঢ়াৰে বিয়াৰ যোগাৰ সম্পন্ন হয়,
ল'ৰা ছোৱালীৰ মিল কিন্তু পূৰ্বতে হয়।
ল'ৰাৰ পিতৃয়ে বিয়াত আগ ভাগ লয়,
কন্যাৰ পিতৃয়ে ভাবি চাই সন্মতি জনায়।
গাধন দিয়া প্ৰথা জেমী নগাৰ আছে,
গাধনৰ নাম 'হেমী পাইবে' ৰাখিছে।
টকা বা বস্তুৰে গাধন দিব পাৰে,
নেকলেচ, মেথোন, গৰু, ধান আদিৰে।
ভাগিনীয়েকক জেমীয়ে বিয়া কৰাব পাৰে,
ৰাইজেও মত দিয়ে অতি আনন্দৰে।
ম'হৰ মাংস গাহৰিৰে ভোজ দিয়ে দৰাই,
'ইনাদুইজাং খাই ৰাইজ ঘৰাঘৰি যায়।
বিবাহ বিচ্ছেদক 'কলক্চকৰে' বুলি কয়,
গাওঁ পৰিষদৰ অমতত বিচ্ছেদ নহয়।
পত্নীয়ে বিচাৰিলে বিচ্ছেদ আগত,
গাধনৰ টকা ঘূৰাব লাগে নিয়মত।

দৰাই যদি বিচাৰে বিচ্ছেদ পত্নীৰ,
আধা সম্পত্তি দিব লাগে দৰাৰ নিজৰ।
পৰম্পৰা ধৰ্ম মানি চলিছে জেমীয়ে,
এক শ্ৰেণীৰ জেমীয়েহে খৃষ্ট ধৰ্ম লৈছে।
প্ৰকৃতি পূজক জেমী জড়োপাসক,
শ্ৰদ্ধাৰে পূজা কৰে টিংৰাং দেৱতাক।
টিংৰাং দেৱতাই ৰক্ষা কৰে বিপদত,
সন্তুষ্ট হয় যথাযথ বলি বিধানত।
ম'হ, গাহৰি, কুকুৰা বলি দিয়া হয়,
নহ'লে প্ৰধান দেৱতা সন্তুষ্ট নহয়।
'চুহপ্ৰাই' দেৱতা জুমখেতিৰ গৰাকী,
পূজা পালে শস্য হয় অতি চমৎকাৰী।
পৰিয়ালে পূজা দিয়ে নানা দেৱতাৰ,
দূৰ হয় দুৰ্যোগ তথা বেমাৰ আজাৰ।
পৰিয়ালে পূজা দিয়ে নানা দেৱতাৰ,
দূৰ হয় দুৰ্যোগ তথা বেমাৰ আজাৰ।
পৰিয়ালৰ পূজাত আনে প্ৰৱেশ নকৰে,
'টেবু' ভঙ্গ হ'লে পূজাৰ ফল নধৰে।
পূৰ্ণিমা তিথি পালন কৰে জেমী নগাই,
সেই দিনা 'গেন্না' থাকে কৰ্ম একো নাই।
মৃত্যু অবধাৰিত বুলি মানে জেমীয়ে,
পুণৰ্জন্মত বিশ্বাস কৰে গাওঁ বাসীয়ে।
মৃত্যু হ'লে পুত্ৰ জনে হাতত অস্ত্ৰ লৈ,
বাহিৰলৈ ওলাই সমূহ ৰাইজক জনাই গৈ।
দুৱাৰৰ বাহিৰে ভিতৰে দাৰে কোবায়,
অপদেৱতা কিবা থাকিলে যাই ওলায়।
চোতালত পুত্ৰই জাপ কেইটামাৰে,
উপৰি পুৰুষৰ নাম লৈ লৈ চিঞঁৰে।
মৃতকৰ উদ্দেশ্যে এটি ভোজ আয়োজন,
এটা পাচিত সেয়া ৰাখে সযতন।
গৃহৰ সম্মুখ স্থানত কবৰ দিয়া হয়,
মৃতকৰ ব্যৱহৃত বস্তু কবৰত ৰখা হয়।

এচটা ডাঙৰ শিল ৰাখে কবৰৰ মুখত,
মৃতকৰ পৰিচয় থাকে এই চটা শিলত।
এবছৰৰ অন্তত মৃতকৰ শুচি সকাম হয়,
ভোজ ভাত খুৱাই সমূহ ৰাইজৰ সেৱা লয়।

**টোকা ঃ জেমী নগা শব্দৰ অসমীয়া অনুবাদ**

মাচাং ঃ জুইশালৰ ওপৰত প্ৰায় আধা ফুট ওখত থকা বাঁহৰ চাং, শস্যৰ বীজ, ধানৰ সঁচ নষ্ট নোহোৱাকৈ ইয়াত ৰাখে। সৰহকৈ মাছ, মাংস পালে সেইখিনি পিচত ব্যৱহাৰ কৰিবৰ কাৰনে মাচাঙত শুকাই থয়।

ম'ৰাং ঃ ডেকা গাভৰুৰ ৰাতি শুবৰ বাবে গাঁৱৰ মাজত সজা

হাংচেউকী ঃ চাংঘৰ। আঠ বছৰৰ ওপৰৰ ল'ৰা আৰু ছোৱালীয়ে ৰাতি

লিউচেউকী ঃ ম'ৰাঙত থকা নিয়ম। ল'ৰাৰ মৰাঙত হাংচেউকী আৰু ছোৱালীৰ মৰাঙক লিউচেউকী বোলে।

কিয়েনগা ঃ মৰাঙৰ ডেকা সদস্য সকলক বোলা হয়।

কেলিয়না ঃ মৰাঙৰ গাভৰু সদস্য সকলক বোলা হয়।

ইজাদুইজোং ঃ ঘৰত ভাতেৰে তৈয়াৰ কৰা মদ।

নোপকপাই ঃ অবিবাহিত ডেকাই পিন্ধা ৰংচঙীয়া চাদৰ।

এনজিন্‌গুই ঃ পুৰুষৰ ক'লাৰঙৰ ধুতি।

হেনী ঃ পুৰুষৰ বগাৰঙৰ ধুতি।

মিনি ঃ জুম খেতি তথা ঘৰত কাম কৰোতে জেমী মহিলাই স্কাৰ্টৰ দৰে পিন্ধা বগা কাপোৰ।

নোপাইমাং ঃ অবিবাহিত ছোৱালীয়ে মূৰত লোৱা কাপোৰ। নৃত্যৰ সময়ত এইখন কাপোৰ বুকুত লয়।

নোফাইটিক্ ঃ মহিলাৰ চাদৰ।

ইম্‌ফাই ঃ মহিলাৰ চাদৰ।

টিউবা ঃ পুৰুষে পিন্ধা নেকলেচ। পাহাৰীয়া গছৰ গুটি আৰু সাগৰৰ শামুকৰ দ্বাৰা তৈয়াৰ কৰা হয়।

লুইটিঅ ঃ দামি গুটি আৰু সাগৰৰ শামুকৰে তৈয়াৰী পুৰুষৰ নেকলেচ।

হেকে ঃ ভৰিৰ সৰু গাঁঠিৰ তলত পুৰুষে পিন্ধা বেতৰ তৈয়াৰী অলঙ্কাৰ।

টেলাটিউ ঃ মহিলাৰ সাগৰৰ শামুক, কড়ী,আৰু গুটিৰে তৈয়াৰী দামী অলঙ্কাৰ।

কেডিপিঅ' ঃ জেমী গাঁৱৰ সমূহ মাটিৰ গৰাকী। জুমখেতিৰ মাটি, ঘৰ সজাৰ

মাটি এই কেৰ্ডিপিঅ'ই আবন্টন দিয়ে।

| | | |
|---|---|---|
| হেম্নীপাইৰে | ঃ | দৰাই কন্যাৰ পিতৃক বিয়াৰ দিনা দিয়া টকা বা বস্তু বা অলঙ্কাৰ আদি। |
| কলক্চকৰে | ঃ | বিবাহ বিচ্ছেদ। |
| টিংৰাং | ঃ | প্ৰধান উপাস্য ডেবতা। |
| চুইপ্ৰাই | ঃ | জুমখেতিৰ গৰাকী দেবতা। |
| টেবু | ঃ | জেমি নগাৰ মাজত প্ৰচলিত কিছুমান বাধা নিষেধ। |
| গেন্না | ঃ | সম্পূৰ্ণ কম বিৰতিৰ দিন। |

# কুকী পৰিচয়

উত্তৰ কাছাৰ জিলাত কুকী গোষ্ঠী আছে,
অসম পাহাৰীয়া অনুসূচী লিষ্টিত পৰিছে।
কুকী গোষ্ঠীত সাতত্রিশ উপগোষ্ঠী আছে,
কুকি সকলৰ নাম কুৰি নম্বৰত পৰিছে।
আন কেইটা গোষ্ঠীৰ আছে নিজা পৰিচয়,
নিজা সংস্কৃতিৰে বৃহৎ কুকীৰ আশ্রয়।
প্রত্যেক গোষ্ঠীৰ আছে নিজস্ব দোৱান,
আদান প্রদানত নাই একো বাধা ব্যৱধান।
পাহাৰ শিখৰত থাকে কুকীৰ নিবাস,
গাঁওবোৰ থুপখোৱা চাংঘৰত বাস।
দীঘলীয়া এটি ঘৰ প্রতিপৰিয়ালৰ,
মাজত থাকে জুইশাল ৰান্ধনি শালৰ।
দুখন দুৱাৰ থাকে ঘৰৰ সন্মুখ আৰু পিচত,
ঘৰৰ মূৰব্বী শোৱে শেষৰ দুৱাৰ কাষত।
বেৰৰ কাষে কাষে একোখন বিচনা,
পৰিয়ালৰ লোকৰ ৰাতি শোৱাৰ ঠিকনা।
লুচাই কুকী চীন গোষ্ঠীৰ কুকী সকল,
মঙ্গোলীয় বৈশিস্টৰে অতি সুস্থ সবল।
চীনৰ ইয়াংচিকিয়াং পূৰ্বৰ বাসস্থান,
তীবৃত বৰ্মী ভাষাগোষ্ঠীৰ কুকী সন্তান।
'ৰাংখল' আৰু 'বেইটে'ক অ'ল্ডকুকী কয়,
উত্তৰ কাছৰত প্ৰথম আহি থাকিবলৈ লয়।
জেন্‌চন্ আৰু থাডউ পিচত আহিছিল,
উত্তৰ কাছাৰ জিলাত আশ্ৰয় পাইছিল।
নিউ কুকীৰ পৰিচয় এই পিচৰ বিধৰ,
কুকী সমাজত অ'ল্ড নিউৰ নাই বিচাৰ।
চীফ জনেই হ'ল কুকীৰ মুখ্য প্ৰশাসক,
ৰাংখলৰহে মাথো নাই চীফ ব্যৱস্থাপক।
চিফেই হ'ল গাঁৱৰ প্ৰধান মূৰব্বী,
পুৰুষানুক্ৰমে চলে এনে চীফৰ পদবী।

ৰাইজৰ গোচৰৰ চীফেই বিচাৰক,
'জুম'ৰ মাটিৰে তেওঁ তত্বাৱধায়ক।
প্ৰতি গৃহস্থৰ পৰা লয় জুমৰ ফচল,
চিকাৰৰ জন্তুৰ ভাগো চীফৰ দখল।
দীন দুখী জনৰ আকৌ চীফেই সম্বল,
নিজৰ ঘৰতে দিয়ে থকামেলাৰ সমল।
আশ্ৰিত ছোৱালীৰ বিয়াহৈ যায়,
চীফ জনেই গাধনৰ মূল ভাগ পায়।
বৰ্ত্তমান কালত কমিল প্ৰভাৱ চীফৰ,
নতুন পুৰুষৰ নেতা শিক্ষিত লোকৰ।
ৰাংখলৰ গাঁওবুঢ়াক কালিম বুলি কয়,
নিৰ্বাচন পদ্ধতিৰে কালিম নেতা হয়।
কালিমক সহাই কৰে 'সহায়ক কাবুৰে',
কাবুৰক সহায় কৰে 'চপিয়া কাবুৰে'।
'জুম'খেতি কুকীৰ জীবিকাৰ আশ্ৰয়,
জুমৰ ফচলেৰে কিন্তু জীৱন নৰয়।
ফলমূলৰ খেতিও সেয়ে প্ৰচুৰ কৰে,
সুমথিৰা, আনাৰস, নেমু, আদা আদিৰে।
জালুকৰ খেতি কৰে বহু পৰিয়ালে,
কফি আৰু কাজুৰ খেতি কৰে চল পালে।
সদ্যহতে নামনিত খেতিৰ প্ৰচলন,
চৰকাৰী চেষ্টাৰে হৈছে আয়োজন।
বাঁহ বেত শিল্পত পুৰুষ পাৰ্গত,
মহিলা সকল নিপুন তাঁত শিল্পত।
পৰিয়ালৰ সকলো কাপোৰ তাঁতত বয়,
আৰ্থিক দিশত গৃহস্থৰ উপকাৰ হয়।
গাহৰি কুকুৰা আদিও পোহে কুকীয়ে,
ধন উপাৰ্জনত কিন্তু মন কান নিদিয়ে।
পৰম্পৰা পোচাক বৃদ্ধ লোকৰহে ব্যৱহাৰ,
নতুন পুৰুষৰ মাজত ইবোৰৰ নাই আদৰ।
'থাংনান্‌পোন্' চাদৰখন পুৰুষৰ বাবে,
'পন্‌মোংবম্' চাদৰখনো পুৰুষকে লাগে।

ৰংচঙীয়া 'পন্‌দোমখন্' দেখাত ধুনীয়া,
পুৰুষ মহিলা দুয়োৰে মন জুৰুৱা।
মহিলাৰ'পুংগাইচান্' অতিকৈ সুন্দৰ,
'খামটাং' স্কাৰ্টটিৰে হয় মনোহৰ।
দেৰকপ্' পাগুৰিৰে পুৰুষক শুৱায়,
'চাক্ হাউপি' মোনা কান্ধত ওলোমায়।
মদ তৈয়াৰ কৰে জুমৰ ধানেৰে,
নাটনি সেয়েহে ধান ভাতৰ কাৰণে।
প্ৰতি কুকী ফৈদৰ আছে বহু ফৈদ,
একে ফৈদৰ মাজত বিবাহ অবৈধ।
বিবাহত বাধা নাই আন গোষ্ঠীৰ লগত,
সাতত্ৰিশ গোষ্ঠীৰো সেইটোৱে মত।
খোজা বঢ়া নিয়মেৰে বিবাহ কৰে,
দৰাৰ পিতৃয়েহে বিয়াৰ আঁত ধৰে।
মনৰ পচন্দ কন্যা ডেকাই ধৰি আনে,
সমাজে পিছতহে বিয়া হৈছে বুলি মানে।
পূৰ্বতে দিছিল কম বয়সীয়া কন্যাক বিয়া,
বৰ্তমান তেনে বিয়াৰ প্ৰচলন নাইকিয়া।
প্ৰেম বিবাহত আছে ৰাইজৰ সন্মতি,
ভোজ এটি দি ৰাইজৰ সেৱা লোৱা পদ্ধতি।
দুখীয়া দৰাৰ সাধনৰ পৰিমাণ কম,
শহুৰৰ ঘৰত বছৰ দুই কৰে পৰিশ্ৰম।
নগদ টকা বয়বস্তুৰে গাধন দিয়ে,
সৰহ ভাগ পায় কন্যাৰ পিতৃ-মাতৃয়ে।
বিধবা বিবাহ প্ৰচলিত কুকী সমাজত,
বিধবা দেওৰেকে বিয়া কৰে নিয়মত।
গিৰিয়েকৰ সকাম আদি সম্পন্ন হ'লে,
বিধবাই বিবাহত পুনৰ বহে মন গ'লে।
পত্নীৰ মৃত্যুত পুৰুষৰ আছে কিছু বাধা,
তিনি বছৰলৈ বিয়াৰ কাম নহয় সমাধা।
ৰাংখল গোষ্ঠীৰ বহুপত্নী নিষিদ্ধ সমাজত,
চাংচেনে তিনি পত্নী ৰাখে নিয়মত।

পৰপুৰুষ, পৰস্ত্ৰীত আসক্ত হোৱা জনৰ,
বিবাহ বিচ্ছেদ হোৱা নিয়ম আছে সমাজৰ।
কাউন্সিলে মত দিলেহে বিচ্ছেদ হয়,
বিচাৰত অনিয়ম যদি পোৱা যায়।
পিতৃৰ সম্পত্তি কেৱল পুত্ৰ সকলৰ,
গোষ্ঠীভেদে নিয়ম কম্ভ হয় লৰচৰ।
কোনো গোষ্ঠীৰ পুত্ৰসবে পায় সমান ভাগ,
কিছু গোষ্ঠীৰ বৰ পোৱে পায় সিংহ ভাগ।
পিতৃৰ মৃত্যুত মাকৰ যত্ন ল'ব লাগে,
সেয়েহে বৰ ল'ৰাই বেচিভাগ মাগে।
অন্য কিছু গোষ্ঠীৰ প্ৰিয় সৰু জন,
সম্পত্তিৰ ডাঙৰ অংশ তেওঁতে অৰ্পণ।
সৰু পুত্ৰই বিধবা মাকৰ যত্ন লয়,
সম্পত্তিৰ ডাঙৰ ভাগ তেওঁৰে হয়।
মৃত ককায়েকৰ সম্পত্তি দেওৰেকে পায়,
যদি তেওঁ বিধবা নবৌক বিয়া কৰায়।
পুত্ৰহীন জনৰ সম্পত্তি বংশলৈ যায়,
মৃতকৰ নিকট সম্বন্ধীয় যদি তেওঁ হয়।
প্ৰায় কুকীৰ খৃষ্ট ধৰ্মই প্ৰধান ধৰ্ম,
পৰম্পৰা ধৰ্ম বিশ্বাসৰ এৰা নাই কৰ্ম।
'পাথিয়েন' নামৰ প্ৰধানদেৱ আছে,
আন আন দেৱ দেৱীৰ পূজাও কৰিছে।
বলি বিধান প্ৰথাৰ আছে প্ৰচলন,
ঘৰুৱা মদেৰে পূজা কৰে পালন।
প্ৰতি গাঁৱতে আছে পূজাৰী একোজন,
পূজাসেৱাৰ দায়িত্ব তেৱে কৰে পালন।
ৰাংখল গোষ্ঠীয়ে কৰে শৱ দাহন,
বাকী কুকী সকলৰ কবৰৰ প্ৰচলন।
'ইতিকুৱা' নামৰ এক শান্তিৰ আলয়,
সৎ লোকৰ আত্মাই তাতে পায় আশ্ৰয়।
অসৎ লোকৰ আত্মাৰ বহুকষ্ট হয়,
'ইতিকুৱা' তেওঁৰ বাবে সহজ নহয়,

জন্তুৱে মৰা লোকে পায় 'চাৰাকুৱা'
শান্তি অকনো তাত বিচাৰি নোপোৱা।

**টোকা : কুকী শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| ৰাংখল | : | কুকী বৃহৎ গোষ্ঠীৰ অন্তৰ্গত সাতত্ৰিশ উপগোষ্ঠী আছে। ৰাংখল তাৰে এক উপগোষ্ঠী। নিজস্ব দোৱান আছে। |
| বেইটে | : | বেইটেও কুকীৰ এক উপগোষ্ঠী। নিজৰ দোৱান আছে। |
| অ'ল্ড কুকী | : | ওঠৰ শতিকাৰ শেষ ভাগত ৰাংখল আৰু বেইটে উপগোষ্ঠীৰ লোক উত্তৰ কাছাৰ জিলালৈ আহি বসতি স্থাপন কৰিছিল। তেওঁলোকেই অ'ল্ড কুকী বা পুৰণা কুকী। |
| নিউকুকী | : | কুকী গোষ্ঠীৰে অন্য দুটা উপগোষ্ঠী জানচেন্ আৰু থাড' উত্তৰ কাছাৰলৈ ৰাংখল আৰু বেইটেৰ পিছত আহে। এওঁলোকক নিউ কুকী বা নতুনকৈ অহা কুকী বুলি কয়। |
| চীফ | : | কুকী গাঁৱৰ প্ৰধান বিষয়া, যাৰ ক্ষমতা অসীম। বৰ্তমান চীফ প্ৰথা প্ৰায় লুপ্ত হোৱাৰ নিচিনা। |
| কালিম্ | : | ৰাংখলৰ গাওঁবুঢ়া। |
| সহায়ক কাবুৰ | : | কালিমক সহায় কৰা বিষয়া। |
| চপিয়া কাবুৰ | : | কাবুৰক সহায় কৰে চপিয়া কাবুৰ নামৰ বিষয়াই। |
| মাংনান্‌পোন্ | : | পুৰুষৰ ৰংচঙীয়া দামী স্কাৰ্ফ। |
| পনমোংবম্ | : | পুৰুষৰ ৰংচঙীয়া কম দামী স্কাৰ্ফ। |
| পুংগাইচান্ | : | মহিলাৰ ৰংচঙীয়া স্কাৰ্ফ। |
| খাম্‌টাং | : | মহিলাৰ ৰংচঙীয়া স্কাৰ্ফ। |
| দেৰ্‌কপ্ | : | পুৰুষৰ পাগুৰি। |
| চাক্‌থাউপি | : | ডাঠ কপাহী সূতাৰ কাম্বত ওলোমাইলোৱা মোনা। |
| চাংচেন | : | কুকীৰ এটি উপগোষ্ঠী। |
| কাউন্সিল | : | গাঁওবুঢ়া আৰু বয়সস্থ পুৰুষৰ দ্বাৰা গঠিত পৰিষদ। গাঁৱৰ ৰাইজৰ বিবাদ, গোচৰ আদি এই পৰিষদে নিস্পতি কৰে। |
| পাথিয়েন | : | কুকী সকলৰ প্ৰধান উপাস্য দেবতা। |
| ইতিকুৱা | : | পবিত্ৰ লোকৰ আত্মা এই স্বৰ্গ সদৃশ শান্তিময় ঠাইলৈ যায়। |
| চাৰাকুৱা | : | নৰক সদৃশ ঠাই। দুৰ্ঘটনাত পতিত লোকৰ, জন্তুৰ দ্বাৰা মৃত লোকৰ, সদায় পাপ কৰ্মত আসক্ত লোকৰ আত্মাই এই ঠাইলৈ যায়। |

# হাজং পৰিচয়

পাহাৰীয়া লিষ্টিভূক্ত জনগোষ্ঠী হাজং
প্ৰধানকৈ বাস কৰে জিলা কাৰ্বিআংলং।
উত্তৰ কাছাৰতো হাজং গাঁও আছে,
গৰিষ্ঠ সংখ্যা মেঘালয়ত বাস কৰিছে।
গোৱালপাৰা জিলাতো হাজঙৰ বাস,
দক্ষিণ শাল মৰাত আছে হাজং নিবাস।
পূৰ্বতে হাজোৰ 'হাস পৰগনা' ত আছিল,
গাৰো পাহাৰলৈ তাৰ পৰাহে গৈছিল।
পিছত মৈমনসিং, ৰাজসাহী, চিলেটলৈ গ'ল,
বাংলা ভাষা সংস্কৃতিৰ প্ৰভাৱ কিছু ৰ'ল।
কাৰ্তবীৰ্যাৰ্জুন ক্ষত্ৰিয় ৰজা মহাভাৰতৰ,
হাজঙে দাবী কৰে পূৰ্বপুৰুষ গৌৰবৰ।
হাজোত বসতি আছিল স্মৰণ কালত,
সবংশে থাকিল গৈ গাৰো পাহাৰত।
'হাজাৰি'ত পাতিলৈগৈ বহু গাঁও হাজঙৰ,
তাৰে পৰাই বিয়পিলে নানা ঠাই অসমৰ।
হাজোৰ পৰা হজ হৈ হাজং নাম হ'ল,
হাজঙৰ বুঢ়ামেথাই কোৱা কথা ৰ'ল।
গাৰো শব্দ 'হা-জোং'ৰ পৰা হ'ল হাজং,
এই বুলি বহু পণ্ডিতে কৰিছে ঠিৰাং।
হামানে মাটি আৰু জোং মানে পোক,
কৃষি কৰ্মত নাম থকা পাহাৰৰ লোক।
মঙ্গোলয়দ্ গোষ্ঠীৰ লোক হাজং সকল,
গাৰোৰে মিলি থাকি হৈছিল সবল।
খেৰি ঘৰ সাজি লয় মাটিৰ ভেটিত,
তিনি চাৰি কোঠা থকা ঘৰ একোটিত।
আগফালৰ বাৰান্দাত থাকে তাঁত শালখন,
মূলঘৰৰ মাজতে থাকে ৰান্ধনি শালখন।
ভড়াল ঘৰটি ওখ চাং সাজি কৰে,
মূল ঘৰৰ পৰা কিছু দূৰ হ'ব পাৰে।

কেবাঘৰ মিলি থাকে এখন চোতাল,
ধানৰ মৰণাৰ কাম কৰিবলৈ ভাল।
'অধিকাৰীৰ' ঘৰ হ'লে বৰ চকুত লগা,
চহকী হাজঙৰ ঘৰ সুন্দৰ বগা চগা।
খেতিয়েই জৰিকাৰ প্ৰধান সম্বল,
শালিখেতি কৰাৰ ঠাই অতি সুচল।
পাহাৰীয়া জাতিৰ দৰে নকৰে জুম খেতি,
নামনি অঞ্চলতে পায় খেতিৰ মাটি।
ধান প্ৰধান শস্য সৰিয়হো কৰে,
মৰাপাত, ৰবিশস্য কৰি পৰিয়াল তৰে।
আধিয়াৰ পদ্ধতি চলে বহুল ভাবে,
অজনজাতিকো মাটি দিয়ে খেতিৰ বাবে।
বিবাহ আদি সকামৰ বাবে ধাৰ লয়,
তাৰ বাবে খেতিৰ মাটি বন্ধকত থয়।
গৰু ছাগলী হাঁহ পাৰ আদি পোহে,
গাহৰি, কুকুৰা কিন্তু কোনেও নোপোহে।
হাজং মহিলা তাঁত শিল্পত নিপুণ,
মহিলাৰ কাপোৰ বয় নিত্য নতুন।
কাঠ মিস্ত্ৰিৰ কাম পুৰুষৰ আছে,
বাঁহ কাঠৰ শিল্পত বেচ নাম কৰিছে।
ভাতেই প্ৰধান খাদ্য হাজং সকলৰ,
লগত থাকে বিবিধ আঞ্জা শাক পাতৰ।
দাইলৰ ব্যৱহাৰ কম দেখা যায়,
খাদ্য তালিকাত মাছে প্ৰিয় স্থান পায়।
কুকুৰা, গাহৰিৰ মাংস ভাল নেপায়,
ছাগলী, পাৰৰ মাংস কেতিয়াবা খায়।
ঘৰতে তৈয়াৰ কৰা মদকন লাগে,
মাজে মাজেহে খোৱাৰ অভ্যাস থাকে।
আন জনগোষ্ঠীৰ দৰে মদৰ ব্যৱহাৰ,
পূজা সেৱা কৰ্মাদিত নাই হাজঙৰ।
গাখীৰৰ ব্যৱহাৰত কোনো বাধা নাই,
আলহি অতিথিক চাহ এটুপি খুৱায়।

হাজং গাঁওবোৰ ওখ ঠাইত থাকে,
ওচৰত খেতিৰ মাটি থাকে ভাগে ভাগে।
ৰাইজৰ নেথাকে নিজৰ মাটি বাৰী,
গাঁৱৰ মুখীয়াল জন মাটিৰ অধিকাৰী।
ঘৰ সজাৰ কোনো নিয়ম মনা নাই,
চাৰিওদিশে মুখ কৰি ঘৰ সজায়।
থুপ খোৱা ঘৰবোৰ থাকে একেলগে,
অধিকাৰীৰ চোতালত সাজে লগে ভাগে।
হাজং মহিলাই পিন্ধে 'ৰঙা পাতিন্'
মেখেলাৰ দৰে পিন্ধে কৰি ৰঙীন।
তিৰোতাসকলে কাপোৰ 'বানাত' বৈ লয়,
ফুলৰ চানেকীৰে কাপোৰ মন জুৰোৱা হয়।
বয়সস্থ মহিলাৰ নাই ব্লাউজৰ ব্যৱহাৰ,
'পাচৰা' বা 'অগৰুন্' নামৰ লয় চাদৰ।
'কমৰবন্ধা' পিন্ধে উৎসৱ পাৰ্বনত,
ককালত মেৰাই লৈ ধৰেহে কামত।
পুৰুষৰ 'নিংটি' নামৰ গামোছা প্ৰধান,
জাৰকালিৰ বাবে এখন চাদৰ পৰিধান।
'কমপেচ' নামৰ এখন মাফলাৰ লয়,
জাৰকালি এইখন কিন্তু নহ'লে নহয়।
আজিকালি আধুনিক পোচাকৰ মান,
হাজং যুৱ সমাজত পাইছে স্থান।
পুৰুষৰ অলংকাৰ নাই হাজঙৰ,
কেৱল তিৰোতাৰ বাবেহে অলংকাৰ।
'কটাবাজু' ৰূপৰ এবিধ অলংকাৰ,
মহিলাই বাহুত পিন্ধে দেখাত সুন্দৰ।
'বাগহ' নামৰ ৰূপৰ ভৰিৰ অলংকাৰ,
'হৰচাৰা' প্ৰিয় অলংকাৰ মহিলাৰ।
'গুণ্জাৰ' নামৰ এবিধ ভৰিৰ অলংকাৰ
পদ চালনাত সৃষ্টি হয় মধুৰ ঝঙ্কাৰ।
'কাইৰু' নামৰ পিতলৰ কেৰু প্ৰচলন,
সোনপানী মিহলাই উজলাই বিতোপন,

দুবিধ বাধ্য যন্ত্র 'ঢুলুক' আৰু 'খুল',
হাজং আৰু বাঙালীৰ সৈতে মিলজুল।
'ৰচমাগুলি' 'দোতাৰাও' আছে হাজঙৰ,
বাঁহী, 'গুবুৰা' আদিৰো আছে ব্যৱহাৰ।
হাজঙে বজাই এই তিনিবিধ তাল,
'ৰামতাল', 'কৰতাল' আৰু 'ধাপাকৰতাল'।
'চৈত্ৰ সংক্ৰান্তি', 'লেৱাটনা' দুটি উৎসৱ,
'কাতিগছা', পুচ্না' তো কৰে ৰং ৰহইচ্।
হাজং গোত্ৰৰ পৰিচয় পোৱা টান,
দৈনন্দিন জীৱনত গোত্ৰৰ নাই স্থান।
বিবাহৰ সময়ত 'নিকনি'ৰ খবৰ লয়,
কাৰণ একে গোত্ৰৰ মাজত বিয়া নহয়।
এঁকৈশ গোত্ৰ থকাৰ কথা কোনো লোকে কয়,
সমূহ গোত্ৰৰ নাম পোৱা সহজ নহয়।
চণ্ডী, কেন্দৰ্গএৱা আৰু বলিয়াটি নামৰ,
তিনিটা 'নিকনি'ৰ প্ৰচলন আছে হাজঙৰ।
পুৰুষ প্ৰধান সমাজ হাজং লোকৰ,
সম্পত্তিৰ অধিকাৰ মাথো পুত্ৰ সকলৰ।
পুত্ৰহীনৰ সম্পত্তি বংশৰ লোকলৈ যায়,
মৃতকৰ নিকট সম্বন্ধীয়ই সম্পত্তি পায়।
আজিকালি জীয়ৰীয়ে পিতৃ সম্পত্তি পায়,
শিক্ষিত চাম হাজঙে ইয়াৰ দিছে উপায়।
অনা হাজঙ লোকৰ সৈতে বিবাহ নহয়,
পৰম্পৰা নেমানিলে সমাজ চ্যুত হয়।
বিশেষ কাৰনত যদি এনে বিয়া হয়,
ৰাইজে বহুত টকা জৰিমনা লয়।
ভোজ ভাতৰ লাগে ডাঙৰ যোগাৰ,
খৰচৰ ভয়তে যোগাৰ নহয় বিয়াৰ।
যৌতুক প্ৰথা দেখাত হাজঙৰ নাই,
'খালতি' নামৰ গাধন দিয়েহে দৰাই।
আজিকালি কন্যাৰ পিতৃয়ে দিব লাগে,
শিক্ষিত দৰাই যদি টকা কড়ি মাগে।

এনে হোৱাত বহু কন্যাৰ বিয়া নহয়,
জনগোষ্ঠী সমাজৰ নীতিৰ বিপৰীত হয়।
এক পত্নী বিবাহ প্ৰথা প্ৰচলিত হাজঙৰ,
পত্নীৰ বিয়োগতো নহয় বিয়াৰ যোগাৰ।
বিধবা বিবাহ প্ৰচলিত হাজং সমাজত,
গাঁৱৰ বৰমুৰীয়া জনে দিব লাগে মতামত।
নাই একো জাকজমক এনেকুৱা বিবাহত,
ৰাইজ সন্তুষ্ট হয় এটি সাধাৰণ ভোজত।
হাজং সমাজত হয় বিয়া তিনি প্ৰকাৰে,
'শুভ বিবাহ', 'হেংগ' আৰু 'দাইপাৰা'ৰে।
শুভবিবাহত 'আছু'ৰ থাকে ভূমিকা প্ৰধান,
মধ্যস্থতা কাৰী বুলি ৰাইজে দিয়ে মান।
বিয়াৰ বন্দবস্ত হলে 'পানচিনি' পাতে,
কন্যা ঘৰলৈ দৰা ঘৰীয়াক নিয়মত মাতে।
ভোজ ভাতৰ যোগাৰ দৰা পক্ষই কৰে,
অলঙ্কাৰ, কাপোৰ, তেলেৰে কন্যাক মান ধৰে।
বিয়াত পুৰোহিতালী কৰে 'অধিকাৰী' জনে,
আজিকালি বিয়াত ব্ৰাহ্মনকো লগাই ধনীয়ে।
'মিতৰ' নামৰ বন্ধু এজন থাকে দৰাৰ,
দৰাৰ সহায়ক হৈ কামবোৰ কৰে বিয়াৰ।
'গিতাল' নামৰ দলটিয়ে বিয়া নাম গায়,
মহিলাই বিয়া নাম গোৱা দেখা নাই।
'হেংগ' বিয়াত নাই কোনো আড়ম্বৰ,
সাধাৰন যোগাৰ থাকে ভোজ ভাতৰ।
'দাইপাৰা' বিয়াত নাই পৰিয়ালৰ অৰিহনা,
এনে বিয়াত ৰাইজক দিব লাগে জৰিমনা।
হিন্দু ধৰ্মত বিশ্বাসী যদিও হাজং সমাজ,
পৰম্পৰা ধৰ্ম কৰ্মও একত্ৰে কৰিছে বিৰাজ।
শাক্ত পন্থাৰ হাজং লোক বেচি সমাজত,
বৈষ্ণৱ পন্থী হাজং থাকে সীমিত সংখ্যাত।
তুলসীৰ বেদীয়ে চোতালত শোভা পায়,
ধৰ্মীয় প্ৰতীক বুলি মানে সমূহ সম্প্ৰদায়।

বিশ্বাস আছে যখিন দাইনী ভূত প্ৰেতত,
পূজা দিয়াৰ নিয়ম আছে হাজং সমাজত।
শাওনৰ শেষত মনসা দেৱীৰ পূজা হয়,
বগাহাঁহ, ছাগলী, কাছ আদিৰ বলি লয়।
'বাঁহ পূজা' হাজঙৰ প্ৰিয় উৎসৱ প্ৰধান,
তিনিদিনীয়াকৈ পালন কৰে এই অনুষ্ঠান।
তিনি ডাল বাঁহ পুতি লৈ চোতালত,
পূজা কৰে হাজং ডেকাই অতি আনন্দত।
'গিতালে গীত ধৰে সহায়কে গায়,
মহিলা সকলে মাথো থাকে চাই চাই।
'পদ্মাৰো' পূজা হয় হাজং গাঁৱত,
সৰ্প দেৱীৰ কৃপাভিক্ষা কৰে বছৰত।
'কাৰ্ত্তিক পূজা'ত কেৱল মহিলাৰ স্থান,
পুৰুষে বৰ্জন কৰে এই পূজা অনুষ্ঠান।
শালি ধান চপাই 'ব্ৰতপূজা' পাতে,
'গৰম পূজা'ও হয় ধান পকা সময়তে।
'বাস্তুপূজা' মন্দিৰৰ গছৰ তলত হয়,
হাতী ঘোঁৰাৰ প্ৰতিমূৰ্ত্তি এই পূজাত লয়।
শৱ সৎকাৰ কৰে আন হিন্দুৰ দৰে,
বাঁজহুৱা স্মশানত নিয়মত শৱ দাহ কৰে।
মৃতকৰ সিপুৰীলৈ বাধা হীন যোৱাৰ পথত,
দুটি বাঁহ ৰাখি থব লাগে স্মশান স্থলত।
দহ বা বাৰ দিনত 'ঘাট কমানি' শুচি পাতে,
মৃতকৰ তৃপ্তিৰ বাবে ভাত ৰান্ধে নদীৰ পাৰতে।
হিন্দু প্ৰথাৰে শ্ৰাদ্ধাদি সকলোটি কাম,
এঘাৰ বা তেৰ দিনত মৃতকৰ মূল সকাম।

**টোকা : হাজাং ভাষাৰ শব্দৰ অসমীয়া অনুবাদ**

'হাস্ পৰগনা' : হাজোৰ গ্ৰাম্য অঞ্চল

হাজাৰি : হাজোৰ পৰা অপসাৰিত হৈ গাৰো পাহাৰৰ হাজাৰিত হাজঙে প্ৰথমে স্থায়ী বসতি স্থলৰ পাতনি মেলে।

অধিকাৰী ঃ গাঁৱৰ মূৰব্বী-গাঁওবুঢ়া
পাতিন-
ৰঙাপাতিন ঃ মহিলাৰ ৰংচঙীয়া মেখেলাৰ দৰে পিন্ধা কাপোৰ।
বানা ঃ তাঁতশাল
পাচ্‌ৰা বা
অগৰুণ ঃ মহিলাই নিজে বৈ লোৱা কপাহী চাদৰ- স্কাৰ্ফ
কমৰ বন্ধা ঃ উৎসৱ আদিত ককালত মেৰিয়াই লোৱা কাপোৰ।
নিংটি ঃ পুৰুষে পিন্ধিবৰ কাৰণে ব্যৱহাৰ কৰা ডাঙৰ গামোচা।
কমপেচ্‌ ঃ মাফলাৰ- ডিঙিৰ কাপোৰ।
কটাবাজু ঃ মহিলাই বাহুত পিন্ধা ৰূপৰ খাৰু।
বাগহ ঃ মহিলাই ভৰিত পিন্ধা গধুৰ ৰূপৰ অলঙ্কাৰ।
হৰচাৰা ঃ মহিলাৰ তিনি শৰীয়া ৰূপৰ নেকলেচ্‌।
গুনজাৰ ঃ মহিলাই ভৰিত পিন্ধা ঘূৰনীয়া ৰূপৰ অলঙ্কাৰ। খোজ কাঢ়িলে জুনজুন শব্দ কৰে।
কাইৰু ঃ মহিলাৰ সোনপানী চৰোৱা পিতলৰ কেৰু।
ঢুলুক ঃ ঢোল - মৃদং।
খুল ঃ সত্ৰীয়া সংস্কৃতিৰ খোল বাদ্যৰ দৰে দীঘল। পাৰ্থক্য হল সত্ৰীয়া বাদ্যটি কাঠৰ, কিন্তু হাজঙৰ খুলটি মটিৰ, দুয়োমূৰে চামৰা লগোৱা।
ৰচমাগুলি ঃ লাও টোকাৰী। গুণমাত্ৰ এডাল থাকে।
দোতাৰা ঃ কাঠৰে তৈয়াৰী বাদ্যযন্ত্ৰ। দুয়োমূৰে গুঁইছাল মেৰুওৱা হয়।
বাঁসী ঃ বাঁহী
গুবুৰা ঃ গগনা।
লেৱাটনা ঃ মাঘমাহত ডেকা লৰাই ঘৰে ঘৰে গৈ গীত গাই চান্দা তোলে আৰু তাৰে প্ৰীতিভোজ খায়।
কাতি গছা ঃ কাতি বিহু
পুচনা ঃ পৌষ সংক্ৰান্তি- মাঘ বিহু
নিক্‌নি ঃ গোত্ৰ - ফৈদ
খালতি ঃ বিয়াৰ দিনা বা আগতে দৰাই কন্যাৰ পিতৃক দিয়া ধন।
হেংগ ঃ বিধবা বিবাহ
দাইপাৰা ঃ প্ৰেমজনিত বিবাহ।
জাচু ঃ দৰা কন্যা দুয়ো ঘৰৰ মাজত মধ্যস্থতাকাৰী লোক।

| | | |
|---|---|---|
| পান্‌চিনি | ঃ | বিয়া বন্দবস্ত হলে দৰাঘৰৰ সম্বন্ধীয় লোক কেইজনমান কন্যা ঘৰলৈ গৈ কন্যাক অলঙ্কাৰ, কাপোৰ, তেল আদি উপহাৰ দিয়ে। দৰাৰ সম্বন্ধীয় সকলে কন্যাঘৰীয়াক চাহ, তামোলেৰে মান ধৰে। ইয়াক গুৱা খোৱাও বোলে। |
| গিতাল | ঃ | বাদ্যযন্ত্ৰলৈ বিয়ানাম গোৱা পুৰুষৰ দল। মহিলাই বিয়ানাম নেগায়। |
| মিতৰ | ঃ | দৰাৰ নলেগলে লগা বন্ধু। |
| বাঁশপূজা | ঃ | ব'হাগ মাহত তিনি ডাল সুসজ্জিত বাঁহ চোতালত পুতি লৈ কৰা পূজা। দুডাল প্ৰধান বাঁহক দুজন প্ৰধান দেৱতা বুলি গণ্য কৰে। |
| পদ্মাপূজা | ঃ | বিবাহৰ আগতে পদ্মাপূজা কৰা হয়। পদ্মাক মনসা বুলি পূজা কৰে। |
| কার্ত্তিক পূজা | ঃ | কাতি মাহৰ শেষত মহিলা সকলে কার্ত্তিক দেৱতাৰ পূজা পাতে। বিশেষকৈ পুত্ৰ কামনাৰে এই পূজা কৰা হয় কাৰণে পুৰুষৰ উপস্থিতি নাই। |
| ব্ৰতপূজা | ঃ | শালি ধান দোৱাৰ অন্তত এই পূজা পালন কৰে। |
| গৰম পূজা | ঃ | ধানৰ গেৰেলি ধৰিবৰ সময়ত পথাৰত লক্ষ্মীদেৱীৰ উদ্দেশ্যে কৰা হয়। |
| বাস্তুপূজা | ঃ | কাঠৰ হাতী, ঘোৰাৰ প্ৰতীক লৈ কৰা পূজা। |
| ঘাটকমানি | ঃ | মৃত্যুৰ দহ বা বাৰ দিনত নদীৰ পাৰত ভাত ৰান্ধি মৃতকৰ উদ্দেশ্যে দান কৰা হয়। |

# গাৰো পৰিচয়

কাৰ্বি আংলং জিলাৰ উন্নয়ন খণ্ড বোকাজান,
অসমত বাস কৰা গাৰোৰ বসতি প্ৰধান।
প্ৰথম বসতি স্থল আছিল নেপাৰপট্টিত,
ভৈয়ামলৈ আহি কাম কৰিছিল চাহ খেতিত।
কাকদোঙা নামৰ বাগিছাত শ্ৰমিক আছিল,
চাহৰ কাম এৰি বোকাজানত থিতাপি লৈছিল।
কামৰূপ, গোৱালপাৰা গাৰোৰ প্ৰধান বসতি,
মিলিজুলি আছে লৈ অসমীয়া ভাষা সংস্কৃতি।
নিজকে 'আচিকমাণ্ডে' বুলি দিয়ে পৰিচয়,
মঙ্গোলয়দ গোষ্ঠীভুক্ত জাতিৰ জনগোষ্ঠী হয়।
পৰিয়াল গোষ্ঠীভুক্ত তিব্বত বাৰ্মাৰ,
ভাৰ্ষিক গোষ্ঠী হ'ল বৃহৎ বড়ো ভাষাৰ।
প্ৰতি গাৰো গাঁৱত থাকে 'নোক্‌মা' একোজন,
গাঁৱৰ সৰ্বেসৰ্বা গাওঁবুঢ়া পদবীৰ লোকজন।
মাটিৰ গৰাকী, প্ৰভূত ক্ষমতা থকা এইজন,
প্ৰতি পৰিয়ালে শ্ৰদ্ধা কৰে গুণী জ্ঞানীজন।
পৰিয়ালবোৰে ইচ্ছামতে মাটি ল'ব পাৰে,
খেতি বাতি কৰি থকাত 'নোকমা'ই বাধা নকৰে।
গাঁও পৰিষদ খনত 'নোকমা' প্ৰধান
দায়দোষ বিচাৰ কৰি তেওঁ দিয়ে বিধান।
বয়সস্থ লোক মিলি গাঁও পৰিষদ হয়,
'নোকমাই' পৰিষদৰ মূখ্য বাব লয়।
মাটিৰ ভেঁটিত সাজে সৰু খেৰী ঘৰ,
চাংঘৰো থাকে পিছে ধনী বিষয়াজনৰ।
'নোক্‌পানটে' নামৰ পৰম্পৰা ডেকাচাংখন,
প্ৰতি গাৰো গাঁৱত থাকে এখন দুখন।
অবিবাহিত ডেকাই ৰাতি ইয়াতে কটায়,
নৃত্য, গীত, বাদ্য আদিৰ শিকাৰো ঠায়।
মহিলাসকলে ডেকাচাঙত নোৱাৰে সোমাব,
পৰম্পৰাভাৱে থকা বাধা নোৱাৰে গুচাব।

শিক্ষা দীক্ষাত আগবঢ়া গাৰোৰ ডেকাই,
ডেকাচাঙত থাকিবলৈ অকনো সময় নাপায়।
কৃষিয়েই গাৰোৰ জীৱিকাৰ প্ৰধান সম্বল,
ধান, মাকৈ, আলুৰ খেতিৰে হয় স্বচ্ছল।
আনাৰস ফলৰ খেতিত গাৰোৰ নাম আছে,
বজাৰত বেছি পৰিয়ালে উপাৰ্জন কৰিছে।
গৰু, গাহৰি, কুকুৰা পোহে প্ৰতি পৰিয়ালে,
আৰ্থিকভাৱে স্বাৱলম্বী হয় সপৰিয়ালে।
মহিলাই কাপোৰ বৈ দিয়ে সকলোৰে,
খেতিৰ কামত ৰন্ধাবঢ়াত লাগে আনন্দেৰে।
এৰি পলু পোহা গাৰোৰ ভাল ব্যৱসায়,
আৰ্থিক অভাৱ দূৰ কৰাত সহায় কৰে মহিলাই।
সুস্বাস্থ্যৰ গৰাকী গাৰো ডেকাসকল,
সেনা আৰক্ষীত পায় সেয়ে মকৰল।
দুবেলা দুসাজ ভাত প্ৰিয় গাৰো সকলৰ,
আলু, কচু, শাক আদি লাগে লগত ভাতৰ।
'নকম্' অতি প্ৰিয় খাদ্য গাৰো সকলৰ,
বাঁহৰ গাঁজৰ আঞ্জাখন তৃপ্তি অতিবৰ।
কলখাৰ ভাল পায় গাৰোসকলে,
ঘৰতে তৈয়াৰ কৰে খাবৰ মন গ'লে।
মাছ মাংস সদায় খায় যদি পোৱা যায়,
বাঘৰ মাংস কিন্তু কদাপি নেখায়।
ঘৰত কৰা ভাতৰ মদ গাৰোক লাগে,
খৃষ্টধৰ্মী সকলৰ মদ ভাল নেলাগে।
শিক্ষিত গাৰোৱে পিন্ধে আধুনিক পোছাক,
উৎসৱ আদিত হ'লে পিন্ধে পৰম্পৰা সাজ।
মেখেলাৰ দৰে পিন্ধে এখন কাপোৰ মহিলাই,
কাপোৰত কিন্তু ৰঙৰ পয়োভৰ বিশেষ নাই।
ব্লাউজ্ব পিন্ধা অভ্যাস আছে গাৰো মহিলাৰ,
পাগুৰি এটি মূৰত পিন্ধে ৰং বগাৰ।
এড়ি কাপোৰৰ শ্বাল বয় মহিলাই,
জাৰকালি শ্বাল এখন গাত মেৰিয়ায়।

ধুতিৰ দৰে দীঘল গামোছা পুৰুষৰ,
মূৰত পাগুৰিৰে অতি দেখায় সুন্দৰ।
আজিকালি আধুনিক পোচাক ভাল পায়,
পুৰণা খিনিকে খামুচি ধৰি থকা নাই।
ৰংচণ্ডীয়া মণি আৰু চৰাইৰ পাখীৰে,
ধুনীয়া পাগুৰি থাকে বিশেষ উৎসৱৰে।
অলংকাৰ বহুবিধ আছে গাৰো মহিলাৰ,
পুৰুষেও কৰে ব্যৱহাৰ নানা অলংকাৰ।
'নাদংবিনৰ্‌চিচা' 'নাটাপ্‌চি' কাণৰ অলংকাৰ,
'নাদিৰোং কানফুলিৰে শোভা পাই মহিলাৰ।
'জকচান্‌' খাৰু ৰূপৰ আৰু পিতলৰে গঢ়ে,
'ৰিপক্‌' নেকলেচ ডালে চকু জুৰ কৰে।
'জকচিল' লোহাৰ খাৰু চহকী লোকৰ,
এইবিধ অলংকাৰ গাৰোৰ বিশেষ উৎসৱৰ।
কেবাশাৰী কড়িৰে তৈয়াৰী 'চেংকী' মহিলাৰ,
নাচ গান উৎসৱ আদিত বিশেষ ব্যৱহাৰ।
'পিল্‌নে' নামৰ অলংকাৰ আছে মহিলাৰ,
মূৰত মেৰাই লৈ নৃত্য কৰে অতি সুন্দৰ।
গাৰো সমাজৰ বহুত উপ শাখা আছে,
এই শাখাবোৰকে কোনোৱে ফৈদহে বুলিছে।
'অৱেচ, চিচাকদুৱাল, মাট্‌চি, অকাৱেচ
মাট্‌জংচি আদি অনেক শাখাৰ সমাবেশ।
প্ৰতি শাখাৰ নিজস্ব বৈশিষ্ট আছে,
পৰম্পৰা সংস্কৃতি, দোৱানো ৰক্ষা কৰিছে।
ফৈদক গাৰো ভাষাত 'চাট্‌চি' বোলে,
প্ৰধান ফৈদ পূৰ্বত তিনিটাহে আছিলে।
'মাৰাক, মমিন আৰু চাংমা' নামৰ
তিনি ফৈদ বৰ্তমানো গাৰো সকলৰ।
'আৱেং' আৰু 'চিৰি' নামৰ ফৈদ আন দুটি,
এই দুটি লগ লাগি সৰ্বমুঠ হ'ল পাচোটি।
ফৈদবোৰৰ আকৌ কেবাটিও উপফৈদ আছে,
'মাচোং' নামেৰে সিবিলাক জনাজাত হৈছে।

চৰাই, জন্তু, গছ, পাহাৰৰ নামেৰে,
'মাচোঙ'ৰ নাম ৰাখে 'মাতৃ'ৰ জ্ঞানেৰে।
একে ফৈদৰ ডেকাগাভৰুৰ বিবাহ নহয়,
তেনে বিয়া সমাজত কদাপি গ্ৰাহ্য নহয়।
বিবাহ প্ৰস্তাৱ আহে কন্যাপক্ষৰ পৰা,
দৰা ঘৰৰ দায়িত্ব প্ৰস্তাৱ গ্ৰহণ কৰা।
ইয়াৰ পিছত 'দ'চিয়া'ৰ দিন থিক হয়,
বিয়াৰ যোগাৰ খিনি কৰিবলৈ লয়।
সমূহীয়া ভোজ, নৃত্য গীতৰ পয়োভৰ,
গাৰোৰ বিয়া হয় অতি আনন্দৰ।
বিয়াৰ দিনা এজোৰা কুকুৰাৰ বলি হয়,
পৰম্পৰা বিয়াবোৰ এই নিয়মত হয়।
বিবাহ বহু প্ৰকাৰৰ গাৰোৰ মাজত,
বিয়া হয় জোৰ কৰি নিয়া কন্যাৰ লগত।
প্ৰেম বিবাহ হয় ডেকাগাভৰুৰ মাজত,
গাভৰুৱে ডেকাৰ সৈতে ৰাত্ৰি যাপনত।
গাভৰুৰ নিমন্ত্ৰণ ৰক্ষাৰে যদি ভাত খায়,
সেই গাভৰুক বিয়া কৰাবলৈ বাধ্য হয়।
পৰম্পৰা মতে মোমায়েকৰ জীক বিয়া কৰায়,
গাৰো সমাজেও এনে বিয়া অতি ভাল পায়।
মাতৃ পক্ষৰ কন্যাৰ লগত বিয়া পচন্দ,
আজিকালি নিয়মৰ কিছু হৈছে ব্যতিক্ৰম।
'নোক্ৰম্' প্ৰথা আছে গাৰোৰ মাজত,
জোঁৱায়ে থকাৰ নিয়ম শহুৰৰ ঘৰত।
'চোৱাৰী' নামৰ আৰু এটি আছে প্ৰথা,
জোঁৱায়ে পত্নীৰ গাঁৱত ঘৰ সাজি থকা।
'নোক্ৰম' সম্পত্তিৰো অধিকাৰী হ'ব পাৰে.
মাতৃপ্ৰধান সমাজে ইয়াত একো বাধা নকৰে।
'নোকমা' হৈ যদি শহুৰৰ মৃত্যু হয়,
'নোক্ৰমে' নোকমা'ৰ পদবীও চমজি লয়।
কনিষ্ঠ জীয়েক সম্পত্তিৰ অধিকাৰী হয়,
'নোক্ৰমে' পৰিয়াল চলোৱাৰ দায়িত্ব লয়।

বিচিত্ৰ নিয়ম এটি আছে গাৰোৰ মাজত,
শহুৰৰ মৃত্যুত 'নোক্ৰম'ৰ বিয়া হয় শাহুৰ লগত।
বহু বিবাহত গাৰোৰ কোনো বাধা নাই,
যদিহে এনে বিয়াত প্ৰথম পত্নীৰ অনুমতি পায়।
'জিকমামুং'ক মুখ্য পত্নীৰ মান দিয়া হয়,
অন্য পত্নীক কিন্তু 'জিকগাইট্চ'হে বুলি কয়।
গাৰোৰ মাজত গাধনৰ প্ৰথা হ'লে নাই,
বিবাহ বিচ্ছেদ কিন্তু বিচাৰিলেই পায়।
মাতৃ প্ৰধান সমাজ গাৰোৰ সম্পত্তি মাকৰ,
মাক অবিহনে সম্পত্তিৰ গৰাকী সৰু জীয়েকৰ।
'নোকনা'ৰ ক্ষমতা বহুত গাৰো গৃহস্থত,
ডাঙৰ বায়েক হঁত তেওঁৰ দয়াতে থাকে ঘৰত।
কন্যা সন্তান নেথাকিলে বায়েকৰ পৰা লয়,
তোলনীয়া ছোৱালী সম্পত্তিৰ গৰাকী হয়।
অসমৰ গাৰোসকল যদিও খৃষ্টীয়ান,
পৰম্পৰা ধৰ্মকাৰ্য বিশ্বাস ৰাখিছে অম্লান।
'টাটাৰা ৰাবুগা' গাৰোৰ উপাস্য দেৱতা,
'নষ্টুনপানটু' 'মাচি' তেওঁৰে উপ দেৱতা।
কালাজ্বৰ আদি বেমাৰ উপশমৰ বাবে,
'টাটাৰা ৰাবুগা'ক পূজে বলি বিধানেৰে।
'চালজোং' নামেৰে সূৰ্য দেৱতা আছে,
বিখ্যাত ৱাংগালা নৃত্যত তেওঁকে পূজে।
'চৰাবুদী' দেৱতা শস্যৰ অধিকাৰী,
'গীৰা' হ'ল প্ৰাকৃতিক দুৰ্যোগ নাশকাৰী।
'কলকে'ম দেৱতাই সদায় গাৰোক ৰক্ষা কৰে,
জন্তুৰ ভয়, বেমাৰ আজাৰ আতৰতে দূৰ কৰে।
'চুচিমে'ক পূজা দিলে ধন সম্পদ হয়,
বলি বিধানেৰে দিয়া পূজাহে লয়।
উৎসৱ পাৰ্বন, নৃত্য গীতত গাৰো চহকী,
এশ ঢোলৰ 'ৱাংগালা' ঐতিহ্যৰ গৰাকী।
বেলেগ নৃত্য থাকে বিভিন্ন উৎসৱত,
গৃহপ্ৰৱেশ, ডেকাচাং লোৱাৰ দিনত।

‘নোকমা’ই নতুন কাৰ্যভাৰ লোৱাৰ দিনত,
নৃত্য অনুষ্ঠিত হয় পৱিত্ৰ ক্ষণত।
তিনিবিধ ঢোলৰ ব্যৱহাৰ আছে,
দীঘল বিধৰ নাম ‘দামা’ ৰাখিছে।
চুটি বিধ ঢোলক ‘ক্ৰাম’ বুলি কয়,
ধৰ্মীয় নাচ গানতহে ব্যৱহাৰ হয়।
সৰু বিধৰ ঢোল এটি গাৰোৱে বজায়,
বাঁহী আৰু তালৰ দ্বৈত সুৰেৰে সজায়।
গাৰোৱে পুণৰ্জন্ম বিশ্বাস কৰে,
এই জনমত কৰা কামৰ ফল ধৰে।
পৱিত্ৰ লোকৰ নিজ ফৈদত জন্ম হয়,
পাপী লোকৰ আত্মাই পোক ৰূপ লয়।
শৱ সৎকাৰ খৃষ্টধৰ্ম মতে হয়,
ধৰ্মৰ উপদেশ গাৰোৱে মানি লয়।

**টোকা ঃ গাৰো শব্দৰ অসমীয়া অনুবাদ**

নেপাৰপট্টি ঃ কাৰ্বি আংলং জিলাৰ বোকাজান জনজাতি উন্নয়ন খণ্ডৰ অধীনৰ পাহাৰৰ নামনি অঞ্চল।

আচিক্‌মাণ্ডে ঃ আচিক মানে পাহাৰ আৰু মাণ্ডেৰ অৰ্থ মানুহ অৰ্থাৎ পাহাৰীয়া মানুহ।

নোকমা ঃ গাঁৱৰ মুৰব্বী/গাঁওবুঢ়া।

নোক্‌পান্‌টে ঃ গাঁৱৰ মাজত ৰাতি অতিবাহিত ডেকাসকল শুবৰ কাৰণে সজা চাংঘৰ। এই ডেকাচাঙক প্ৰশিক্ষণ কেন্দ্ৰ বুলিব পাৰি কিয়নো ডেকা সকলে ইয়াতে পৰম্পৰাগত গীত নৃত্য বাদ্য শিকে আৰু বাঁহ বেতৰ শিল্পকৰ্মৰ জ্ঞান লাভ কৰে।

নকম্ ঃ শুকান মাছ।

নাদংবিনৰ চিচা ঃ পিতলৰ ইয়েৰিং, কানৰ ফুটাত পিন্ধা।

নাটাপ্‌চি ঃ কানৰ ওপৰত পিন্ধা মণি বা এবিধ গছৰ গুটিৰ অলংকাৰ।

নাজিৰোং ঃ পিতলৰ কাণফুলি, কাণৰ ওপৰত পিন্ধা।

জক্‌চান্ ঃ ৰূপৰ বা পিতলৰ খাৰু।

ৰিপক্ ঃ মণিৰে তৈয়াৰী নেকলেচ। ৰূপৰ বা পিতলৰ ৰিপকো থাকে।

জকচিল্ ঃ লোহাৰ আঙুঠি, চহকী মানুহে বাহুত পিন্ধে।

চেংকী ঃ কড়িৰে তৈয়াৰ কৰা কেবাশাৰী যুক্ত মহিলাৰ পেটি।

পিল্‌নে ঃ নৃত্যৰ সময়ত মহিলাই মূৰত ব্যৱহাৰ কৰা অলংকাৰ।

চাট্‌চি ঃ গোত্ৰ বাফৈদ।

দচিয়া ঃ দৰা আৰু কন্যা পক্ষৰ মাজত আলোচনাৰ মাজেৰে পতা বিবাহ।

নোক্ৰম ঃ বিবাহৰ পিছত জোঁৱায়ে শহুৰৰ ঘৰত চিৰস্থায়ীকৈ থাকে। তেওঁকে নোক্ৰম বোলে।

চোবাৰী ঃ বিবাহৰ পিছত দৰাজনে শহুৰৰ ঘৰত নেথাকি পত্নীয়ে লগত পোৱা মাটিত পত্নীৰ গাঁৱতে ঘৰ সাজি থাকে।

জিক্‌মামুং ঃ বহুপত্নীৰ প্ৰথমা পত্নীক মুখ্যপত্নীৰ সন্মান দিয়া হয়। তেওঁৰ অনুমতি সাপেক্ষে গিৰিয়েকে দ্বিতীয় পত্নী বিবাহ কৰায়।

জিক্‌গাইটচ্‌ ঃ প্ৰথম পত্নীৰ পিছত বিয়া কৰোৱা পত্নীক বোলা হয়।

নোকনা ঃ নুমলীয়া জী।

টাটাৰাৰাবুগা ঃ উপাস্য দেৱতা।

নষ্টুনপানটু, মাচি ঃ অপদেৱতা।

চালজোং ঃ সূৰ্যদেৱতা।

চৰাবুদী ঃ শস্যৰ অধিকাৰী।

গীৰা ঃ প্ৰাকৃতিক দুৰ্যোগ উৎপন্নকাৰী উপদেৱতা।

কল্‌কেম ঃ জন্তুৰ ভয়, মহামাৰী নিবাৰণ কৰিব পৰা দেৱতা।

চুচিমে ঃ ধন সম্পদৰ গৰাকী।

ৱাংগালা ঃ গাৰো সংস্কৃতিৰ এক প্ৰধান নৃত্য।

দামা ঃ দীঘল আকাৰৰ ঢোল।

ক্ৰাম ঃ সৰু ঢোল।

# খাচী পৰিচয়

মেঘালয়ৰ প্ৰধান জনগোষ্ঠী খাচী,
অসমৰ উত্তৰ কাছাৰ জিলাতো অনুসূচী।
কাৰ্বি আংলং জিলাতো খাচী লোক আছে,
সংখ্যাত কম যদিও অনুসূচীতত পৰিছে।
মনখেমেৰ ভাষিক পৰিয়াল ভুক্ত,
মঙ্গোলীয় জাতিৰ বৈশিষ্ট্যৰে পুষ্ট।
জয়ন্তীয়া আৰু খাচী দুয়ো মাতৃ প্ৰধান,
ঘৰ চলোৱাত মাতৃৰ ভূমিকা মহান।
মোমায়েকৰ স্থান উচ্চ খাচীৰ মাজত,
ভাগিন হঁতৰ ভাল বেয়া মামাৰ হাতত।
খাচী গাওঁ পাহাৰ শিখৰত নেথাকে,
পৰম্পৰাভাৱে এনে গাঁৱত বাধা থাকে।
পথৰ দুয়োকাষে খাচীয়ে গাঁও পাতে,
খেৰ বাঁহৰ ঘৰ সাজি থাকে চাংঘৰতে।
দেখি ভাল লাগে শাৰী শাৰী ঘৰ,
চহকী দুখীয়া ঘৰৰ নাই ভিন পৰ।
জুম খেতি কৰি খাচীয়ে পেট প্ৰবৰ্তাই,
নামনিৰ মাটি পালে শালি ধানো চপায়।
ধানৰ উপৰিও জলকীয়া, মাকৈয়ো কৰে,
ফলমূলৰ খেতিৰে উপাৰ্জন বৃদ্ধি কৰে।
হেলনীয়া পাহাৰ কাটি আনাৰস ৰোৱে,
সুমথিৰা, নাচপতি খেতিৰে বহুলাভ দিয়ে।
মহিলাৰ নাই তাঁত শিল্পত মতি
মিলৰ কাপোৰহে ভাল পায় অতি।
মৌ পোহা এটি লাভজনক ব্যৱসায়,
গাহৰি, কুকুৰা পুহি অধিক ভাল পায়।
বাঁহ বেতৰ সামগ্ৰী নিজে কৰি লয়,
আৰ্থিকভাৱে খাচী লোক স্বচ্ছল হয়।
ভাতেই প্ৰধান খাদ্য খাচী জনগোষ্ঠীৰ,
গাহৰীৰ মাংস প্ৰিয় খাদ্য ৰীতিৰ।

গৰু মাংসও তেওঁলোকে ভাল পায়,
শুকান মাছ, কুকুৰাও সকলোৱে খায়।
ঘৰত তৈয়াৰ কৰা মদকণ খায়,
বজাৰৰ মদৰো ব্যৱহাৰ দেখা যায়।
মদ তৈয়াৰ কৰিবলৈ 'খউইয়াং' লাগে,
গছৰ শিপা পায় কাষৰ হাবিতে।
এটাকোট আৰু ধুতি পোচাক পুৰুষৰ,
কান্ধত পেলাই লয় এখন চিঙ্কৰ সাদৰ।
চহকী খাচীয়ে চিঙ্কৰ পাগুৰিও লয়,
চিয়েমৰ পোচাকত ৰাজকীয়তা চিন ৰায়।
মহিলাৰ মূগাৰ 'কাজেইন্‌চেম্' খন,
অসমৰ মূগাৰে বোৱা অতি বিতোপন।
ডিঙিত গাঁঠি মাৰি চাদৰ লয় ওলোমাই,
'কা জিম্‌পিয়েন' খনে সৌন্দর্য বঢ়ায়।
জাৰকালি মহিলাৰ 'জেইনকুপ্' থাকে,
কান্ধত ওলোমোৱা এটি ভেনিটি বেগ লাগে।
বিবাহিত মহিলাই মূৰত স্কাৰ্ফ মাৰে
ভেনিটি বেগটিও মহিলাৰ পোচাকত পৰে।
সোনৰূপৰ নেকলেচ পিন্ধে মহিলাই,
কাণফুলি মহিলাই পিন্ধি ভাল পায়।
পুৰুষেও নেকলেচ্ পিন্ধে উৎসৱত,
শিক্ষিত চামৰ নাই ৰাপ অলঙ্কাৰত।
'কাখাদ্দু'য়ে পায় কেৱল সম্পত্তিৰ অধিকাৰ,
পৰম্পৰা নিয়ম মাতৃ প্ৰধান সমাজৰ।
ভাই ককাই বাইদেউ আদি আতৰি যায়,
বিয়াহলেই থকাৰ নিয়ম বেলেগায়।
ককায়েক, মোমায়েকৰ কিছু দায়িত্ব থাকে,
মাটি বেচা কাম যদি কৰে সৰু জীয়েকে।
সৰু জীয়েকৰ যদি জীয়েক নেথাকে,
সম্পত্তিৰ দায়িত্ব লয় ডাঙৰ বায়েকে।
বায়েক ইঁতৰ যদি ছোৱালী নেথাকে,
সম্পত্তি চলায় মাহীৰ সৰু জীয়েকে।

সাতোটি প্ৰধান ফৈদ খাচী সমাজত,
এই ফৈদ বৃদ্ধি হৈছে নানা সময়ত।
ফৈদক খাচীয়ে 'কুৰ' বলি কয়,
মাতৃ পক্ষৰ ফৈদৰহে এই নাম হয়।
পিতৃপক্ষৰ ফৈদক 'খ' বুলি কয়,
এই ফৈদৰ গুৰুত্ব বৰ বেছি নহয়।
পূৰ্বজ মাতৃৰ নামৰেহে ফৈদ হয়,
ফৈদকহে সমাজত গোট বুলি কয়।
গোত্ৰৰ আগত যদি 'দখাৰ' লিখে,
অখাচী গৃহিনীৰহে এনে গোত্ৰ ৰাখে।
সগোত্ৰ বৰ কন্যাৰ বিবাহ কদাপি নহয়,
এনে বিবাহ কৰিলে সমাজ বহিষ্কৃত হয়।
অখাচী বিয়াত সমাজৰ বাধা নাই,
অৱশ্যে এনে বিয়া খুউব কম দেখা যায়।
মোমায়েকৰ জীয়েকক বিয়া কৰায়,
যদি মোমায়েক ইহ সংসাৰত নাই।
পেহীয়েকৰ জীয়েককো আনিব পাৰে,
সমাজে নেচায় কিন্তু ভাল চকুৰে।
সমাজত ছোৱালীৰ বেছ স্বাধীনতা আছে,
যোগ্য দৰা বাচি লোৱাৰ সুবিধাও দিছে।
দৰাকন্যাক বন্ধুৱাই ৰাইজে উপদেশ দিয়ে,
খাচী বিয়াৰ ধৰ্মীয় কাম হয় তেনেকৈয়ে।
ভোজ ভাত মদকনৰ ভাল যোগাৰ হয়,
ৰাইজৰ তৃপ্তিৰে দম্পতীৰ সুখ হয়।
বিয়াৰ পিছত দৰা, কন্যাৰ ঘৰত থাকে,
মাতৃপ্ৰধান সমাজৰ পৰম্পৰা মতে।
খৃষ্টীয়ান খাচীৰ বিয়া হয় গীৰ্জাত,
ৰাইজৰ কাৰণে কৰে যোগাৰ ভোজভাত।
বিধবা বিবাহ সমাজত আছে প্ৰচলিত,
ফৈদৰ বিচাৰ কিন্তু থকাটো উচিত।
বিবাহ বিচ্ছেদ আছে খাচী সমাজত,
খাচীৰ দৰবাৰ যদি সন্মত বিচ্ছেদত।

খাচীৰ মাটি সম্পত্তি তিনি প্ৰকাৰৰ,
'ৰিৰেইড' মাটি হ'ল সমূহ ৰাইজৰ।
'ৰি কুৰ' মাটিৰ গৰাকী হ'ল ফৈদ,
'ৰিকিন্‌টি' মাটিৰ গৰাকী ব্যক্তিজনৈক।
খাচী সমাজত থাকে 'চিয়েম' একোজন,
নিজাকৈ দৰবাৰ পাতি চলায় শাসন।
কেবাজনো মন্ত্ৰী বিষয়াৰে হয় দৰবাৰ,
গাঁৱৰ বয়সস্থ লোকো চিয়েমৰ দৰকাৰ।
'বাথ্‌ৰওজ', লিঙচ্‌কৰচ্‌' আৰু 'বাচান্‌'
এই তিনিৰ দৰবাৰত আছে অৱদান।
তিনি খলপৰ থাকে খাচীৰ সমাজ,
প্ৰথম শাসক শ্ৰেণীত চিয়েমৰ ৰাজ।
দ্বিতীয় বিধত পৰে মন্ত্ৰী বিষয়া,
শাসক শ্ৰেণীৰ অতি বিশ্বস্ত লগৰীয়া।
সাধাৰণ শ্ৰেণী থাকে তৃতীয় শ্ৰেণীত,
তিনি খলপেৰে সমাজ চলিছে নিয়মিত।
মুখ্যাং খাচী দুখন পাহাৰী জিলাৰ,
খৃষ্টীয়ান ধৰ্মী লোক বিশ্বাসী পৰম্পৰাৰ।
অ-খৃষ্টীয়ানৰ দেৱতা 'উব্লিনংথউ' আছে
'কাব্লিচিন্‌চাৰ' দেৱীয়ে খাচীক ৰক্ষা কৰিছে।
'উথ্লেন্‌' নামৰ সৰ্পদেৱতাৰ পূজা হয়,
অতি গোপনে এই পূজা কৰা দেখা যায়।
শৱদাহ প্ৰথা খাচী সমাজত আছে,
তিনি চাৰি দিন শৱ ৰাখে পৰিয়ালে।
শৱ ৰাখে সযতনে এটি কফিনত,
মোমায়েকে মুখাগ্নি কৰে নিয়মত।
মোমায়েকৰ অবিহনে সম্বন্ধীয়াই কৰে,
খাচী সমাজত সৎকাৰ কৰে এইদৰে।
অস্থি ৰখা নিয়ম আছে খাচী লোকৰ,
শ্ৰদ্ধাৰে ৰাখে অস্থি ভাণ্ডাৰতে ফৈদৰ।
খৃষ্টীয়ান খাচীৰ শৱ কবৰ দিয়া হয়,
সৎকাৰৰ ব্যৱস্থাও খৃষ্টীয়ানৰে লয়।

**টোকা ঃ খাচী ভাষাৰ শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| খউইয়াং | ঃ | ঘৰত ভাতৰ পৰা তৈযাৰ কৰা মদত ব্যৱহাৰ কৰা এবিধ গছৰ শিপা। |
| কাজেইন্চেম | ঃ | অসমৰ মুগা সূতাৰে তৈয়াৰ কৰা মহিলাৰ কাপোৰ। কান্ধৰ পৰা ভৰিলৈ ওলমি থকা চাদৰ বিশেষ। |
| কাজিম্পিযেন্ | ঃ | মহিলাৰ মেখেলাৰ দৰে পিন্ধা কাপোৰ। |
| জেইন্কুপ্ | ঃ | জাৰকালি মহিলাই পৰিধান কৰা কোট বিশেষ। |
| কাখাদ্দু | ঃ | ঘৰখনৰ সৰু জীয়েক। |
| কুৰ্ | ঃ | বংশ/ফৈদ, মাতৃ পক্ষৰ। |
| 'খ' | ঃ | পিতৃকুলৰ ফৈদ। |
| দখাৰ | ঃ | খাচীয়ে অখাচী মহিলা বিয়া কৰালে, এই গৰাকী তিৰোতাৰ নামত হোৱা ফৈদৰ আগত দখাৰ লিখে। |
| ৰিৰেইড | ঃ | মাটিৰ স্বত্ব সমূহ ৰাইজৰ। |
| ৰিকুৰ্ | ঃ | বংশ বা ফৈদৰ অধীনত থকা মাটি। |
| ৰিকিন্টি | ঃ | ব্যক্তিগত মাটিৰ গৰাকী। |
| চিযেম | ঃ | খাচীসকলৰ গণতান্ত্রিকভাৱে নির্বাচিত পৰম্পৰাগত শাসনকর্তা। |
| দৰবাৰ | ঃ | চিয়েমৰ সচিবালয়। |
| বাখ্ৰউজ | | |
| বাচান্, | | |
| লিঙচ্কৰচ্ | ঃ | চিয়েমৰ দৰবাৰৰ উচ্চ বিষযা। |
| উব্লিনংথউ | ঃ | উপাস্য দেৱতা। |
| কাব্লিচিন্চাৰ | ঃ | উপাস্য দেৱী। |
| উথলেন্ | ঃ | সর্পদেৱতা। |

# জয়ন্তীয়া পৰিচয়

জয়ন্তীয়া মেঘালয়ৰ এক প্ৰধান জনগোষ্ঠী,
অসমত পাহাৰীয়া দুখন জিলাতো বসতি।
কম সংখ্যক জয়ন্তীয়া আছে অসমত,
কার্বি আংলং উত্তৰ কাছাৰ পাহাৰ জিলাত।
কাছাৰ জিলাৰ সীমাতো আছে জয়ন্তীয়া,
মেঘালয়ৰ সৈতে থকা যোগসূত্ৰ ৰখীয়া।
জেইনটেইন্ নামৰ পৰা জয়ন্তীয়া হোৱা,
সুনীতি চেটাৰ্জীয়ে তাক গৱেষণাত পোৱা।
জেইনটেইন, চিনটেং হৈ হ'ল জয়ন্তীয়া,
চিন্‌টেঙেই যে জয়ন্তীয়া সন্দেহ নাইকিয়া।
'প্নাৰ্ বুলিও জয়ন্তীয়াকে কোৱা হয়,
স্থানীয়ভাৱে এই নামৰ প্ৰচলন হয়।
মঙ্গোলয়দ্ গোষ্ঠীৰ 'মনখেমে'ৰ ভাষী,
জয়ন্তীয়া সকল সুখী সদাহাস্যমুখী।
চাংঘৰ সাজি বাস কৰে জয়ন্তীয়া,
কাঠ বাঁহৰ ঘৰবোৰ দেখাত ধুনীয়া।
ধুতি, জিমফং প্ৰধান পোচাক পুৰুষৰ,
মূৰৰ বগা পাগুৰিৰে লাগে সুন্দৰ।
'দলৈ'জনে পাগুৰি মৰা নিয়ম,
সমাজত পৰম্পৰা ভাৱে চলা ধৰম।
মহিলাৰ শাৰীখন পোচাক প্ৰধান,
পিন্ধাৰ নিয়মত থাকে ব্যৱধান।
'কাজেইনকুপ্' নামৰ চাদৰ এখন,
ডিঙিত গাঠি মাৰি কৰে পৰিধান।
'চাচকৰ্ বেই' নামৰু এবিধ কেৰু আছে,
কাণত ওলমি থাকি শুৱাই পৰিছে।
সৰু ৰূপৰ মণিৰ নেকলেচ এডালি,
মহিলাৰ অলংকাৰৰ প্ৰধান সজুলি।
মণিৰ নেকলেচো পিন্ধে মহিলাই,
নানা বিধ অলংকাৰ পিন্ধি ভাল পায়।

কৃষিয়েই জীৱিকাৰ প্ৰধান আশ্ৰয়,
ধান, আলু ৰবি শস্য উৎপন্ন হয়।
'জুম' আৰু শালিখেতি দুয়োটা আছে,
আনাৰস, সুমথিৰাৰ ব্যৱসায় কৰিছে।
ভাতেই প্ৰধান খাদ্য দুবেলা দুসাজ,
শাকপাত আলু আদিৰ লগত থাকে মাছ।
গাহৰিৰ মাংস প্ৰিয় জয়ন্তীয়াৰ,
উৎসৱ পাৰ্বনতো আছে মাংসৰ ব্যৱহাৰ।
গোমাংসৰ ব্যৱহাৰ জয়ন্তীয়াৰ নাই,
পৰম্পৰা ভাৱে নিয়ম পালিছে গঁএগাই।
প্ৰতি গাঁৱতে আছে গাঁও পৰিষদ,
'দলৈ' নামৰ বিষয়াজন থাকে দায়িত্বত।
'দলৈ'ক সহায় কৰে পাটৰ বিষয়াই,
সৰু সুৰা বিচাৰৰ তেঁৱেই দিয়ে ৰায়।
কৰ কাটল তোলাৰ দায়িত্ব 'দান'ৰ,
কৰ ব্যৱহাৰ হয় গাওঁ পৰিষদ চলাবৰ।
'পচানে' দলৈৰ হুকুম ৰাইজক জনায়,
আৰক্ষীৰ দৰে নজৰ ৰাখে 'চাংগ'ত বিষয়াই।
'চাংগ'তে 'পাটৰ'ৰ অধীনত কাম কৰে,
অন্যায় অনীতি সহজে ধৰা পৰে।
জিলা পৰিষদত নতুন নেতাৰ সৃষ্টি হ'ল,
দলৈৰ ক্ষমতা পৰম্পৰা ভাবেহে ৰ'ল।
পৰিয়ালৰ মুৰব্বী মাতৃয়েই প্ৰধান,
সম্পত্তিৰ অধিকাৰত মাতৃৰহে স্থান।
মাতৃৰ নামেৰেহে থাকে পৰিয়ালৰ চিন,
ঘৰখন সেয়ে হয় মাতৃৰ পৰাধীন।
মাক, সৰু জীয়েকে চলায় ঘৰ সংসাৰ,
পুৰুষৰ এই বিষয়ত নাই অধিকাৰ।
যৌথ পৰিয়াল অনুষ্ঠান পৰম্পৰাৰ,
আধুনিক কালত হৈছে অপব্যৱহাৰ।
জয়ন্তীয়া সমাজত বহু ফৈদ আছে,
পূৰ্বজ মাতৃপক্ষৰ নামেৰে সেয়া হৈছে।

ফৈদৰ নামবোৰ এইদৰে লোৱা হয়,
ফৈদক 'কুৰ' বুলিহে জয়ন্তীয়াই কয়।
মহিলাৰ পৰাহে 'কুৰ'ৰ বৃদ্ধি পায়,
সৰ্বমুঠ আঠত্ৰিশ 'কুৰ' পোৱা যায়।
একে 'কুৰ'ৰ মাজত বিবাহ নহয়,
পৰম্পৰা কেতিয়াও লৰচৰ নহয়।
প্ৰেমবিবাহ প্ৰচলন আছে জয়ন্তীয়াৰ,
দৰা কন্যাৰ পিতৃমাতৃৰ ঐকমত দৰকাৰ।
মধ্যস্থতা কাৰী এজন থাকে বিবাহৰ,
দৰাঘৰৰ লোক তেওঁ 'কেচিয়াং' নামৰ।
কন্যাৰ ঘৰতহে বিয়াৰ কাম হয়,
দৰাৰ লগত মহিলাৰ যাত্ৰা শুদ্ধ নহয়।
দুযোৰ জোৰ লৈ বৰ যাত্ৰী যায়,
'লিংড'ই 'চিয়েম্‌বাবু'ক পূজা আগবঢ়ায়।
বিয়াৰ ভোজ ভাতৰ হয় প্ৰচুৰ যোগাৰ,
গাহৰিৰ মাংস আৰু মদৰ ব্যৱহাৰ।
বিয়াৰ ধৰ্মীয় কাম শেষ হয় ৰাতি,
ৰাতিটো দৰা কন্যাৰ ঘৰত থকা ৰীতি।
পিচদিনা দৰা কন্যা দৰাৰ ঘৰত যায়,
দৰা ঘৰত নিয়মেৰে নবদম্পতিক সুমায়।
মাতৃপ্ৰধান জয়ন্তীয়াৰ বিয়াৰ পিচত,
দৰা গৈ থাকেগৈ শহুৰ শাহুৰ ঘৰত।
নিজৰ ঘৰখনলৈ আৰু দৰা ঘূৰি নাহে,
মৰিলেহে শৱটো নিজা ঘৰলৈ লৈ আহে।
এক পত্নী বিবাহ পচন্দ জয়ন্তীয়াৰ,
'কাসতী' প্ৰথা হ'ল ইয়াৰ মূল প্ৰেৰণাৰ।
বিধবা বিবাহত জয়ন্তীয়াৰ বাধা নাই,
নাৰীৰ মৰ্যদাত গুৰুত্ব দিয়ে সদায়।
বিবাহ বিচ্ছেদ জয়ন্তীয়াৰ সাধাৰণ কথা,
মহিলাই বিচ্ছেদত নেপায় বৰ ব্যথা।
হিন্দু ধৰ্মৰ প্ৰভাৱ জয়ন্তীয়াত আছে,
প্ৰকৃতি আৰু উপৰি পুৰুষলৈ শ্ৰদ্ধা যাচে।

বাৰ্ষিক শ্ৰাদ্ধ নিযম অনুযাযী কৰে,
শ্ৰাদ্ধৰ কামখিনি মহিলাৰ গাত পৰে।
উৎসৱ, বিবাহ আদিত পূৰ্বজক পূজে,
উপৰি পুৰুষৰ কৃপা বিনে কাম নৰজে।
অপদেবতাক পূজা দিয়া পুৰোহিত আছে,
নিয়মিত পূজা দি সিহঁতক সন্তোষ দিছে।
খৃষ্টীয়ান জয়ন্তীয়াও আছে সমাজত,
পৰম্পৰা ৰীতি নীতিও ৰখিছে মাজত।
'বাহদিন্ খ্লাম্' প্ৰধান উৎসৱ জয়ন্তীয়াৰ,
অনুষ্ঠিত হয় জুলাই মাহত প্ৰতি বছৰৰ।
অসমত জয়ন্তীয়াই নকৰে এই উৎসৱ,
মেঘালয়ৰ জোঁৱাইতে যোগ দিয়ে উলাহত।
মৃত্যু নিশ্চিত বুলি ভাবে জয়ন্তীয়াই,
পাপ পুন্যৰ ফল ভোগ কৰে আত্মাই।
শৱ ৰাখি থোৱা নিয়ম আছে তিনিদিন,
'গেন্না' বুলি কৰ্ম বিৰতি এই কেইদিন।
মাতৃ প্ৰধান সমাজৰ শৱ পুৰুষৰ,
সৎকাৰ কৰা নিয়ম ঘৰত নিজৰ।
হিন্দু জয়ন্তীয়াই শৱ দাহ কৰে,
খৃষ্টীয়ান সকলে কবৰৰ নিয়ম নেৰে।
অস্থি ৰখা নিয়ম জয়ন্তীয়াৰ আছে,
ফৈদৰ 'স্তুপত' অস্থি ৰখা নিয়ম কৰিছে।

**টোকা ঃ জয়ন্তীয়া ভাষাৰ শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| জেইন্টেইন্ | ঃ | ড° সুনীতি কুমাৰ চেটাৰ্জীৰ মতে জযন্তীয়া নাম 'জেইন্-টেইন্' আৰু পিচলৈ চিনটেং নামৰ পৰা হৈছে। |
| প্নাৰ্ | ঃ | জয়ন্তীয়াৰ অন্য নাম। |
| মন্খেমেৰ্ | ঃ | উত্তৰ পূৱ ভাৰতৰ খাচী জয়ন্তীয়া সকল এই বিশেষ ভাষিক পৰিয়ালৰ। |
| জিমফং | ঃ | হাত দীঘল নোহোৱা কোট চোলা। |
| দলৈ | ঃ | ৰাইজৰ দ্বাৰা নিৰ্বাচিত মুৰব্বী (চিফ) |
| কাজেইন্কুপ | ঃ | চাদৰ বিশেষ। ডিঙিত গাঠি দি পিন্ধে। তলৰ অংশই ভৰিৰ সৰু |

গাঁঠিচুই থাকে।

চাচকৰ বেই : ইয়েৰিং

জুম : পাহাৰত জুই লগাই গছ-গছনি পুৰি খেতিৰ বাবে উপযুক্ত কৰা মাটি। জুম খেতিৰ মাটিত জোঙা লোহাৰ সজুলিৰে খুচি শস্যৰ গুটি সিঁচে।

পাটৰ : দলৈৰ সহায়ক বিষয়া।

পচানে : দলৈ আৰু বিষয়াই দিয়া ৰায় গাঁৱৰ ৰাইজক জনোৱা বিষয়া।

চাংগত : পাটৰৰ সহায়ক বিষয়া। গাওঁখন সুশৃংখলিত ভাবে চলাত চকু দিয়া এঁওৰ কাম।

দান : ৰাইজৰ পৰা গাঁও পৰিষদৰ কৰ উঠোৱা বিষয়া

কুৰ : বংশ/ফৈদ

কেচিয়াং : দৰাঘৰ আৰু কন্যা ঘৰৰ মাজত বিবাহৰ মধ্যস্থতাকাৰী লোক

লিংড' : জয়ন্তীয়া সকলৰ পুৰোহিত।

কাসতী : বিবাহিত জীৱন এজন পুৰুষৰ লগত কটাই মৃত্যু হোৱা স্ত্ৰীক কাসতী বোলা হয়। এওক সতী আখ্যা দিয়া হয়। মৃত্যু হলে অস্থি আনি ফৈদৰ ভাণ্ডাৰত ৰাখি সন্মান জনায়।

'বাহ্‌দিনখ্‌লাম্ : জয়ন্তীয়া সকলৰ প্ৰধান উৎসৱ। হাতত বাঁহৰ মাৰি লৈ ডেকাই নাচি নাচি অপদেৱতাক খেদোৱা উৎসৱ। বছৰৰ জুলাই মাহত কেবাদিনো ধৰি এই নৃত্য গীতৰ উৎসৱ হয়।

গেন্না : সম্পুৰ্ন কৰ্ম বিৰতিৰ দিন।

স্তুপ' : মৃত্যুৰ পিচত শ্মশানৰ পৰা অস্থি আনি প্ৰথমতে পৰিয়ালৰ ভাণ্ডাৰত ৰাখে আৰু এবছৰৰ ভিতৰত ফৈদৰ ভাণ্ডাৰত ৰখা নিয়ম।

# টাইফাকে পৰিচয়

ডিব্ৰুগড়ৰ নাহৰকটীয়া আৰু জয়পুৰ,
তিনিচুকীয়াৰ মাৰ্ঘেৰিটাত আছে ভৰপুৰ।
টাইফাকে নামৰ বৌদ্ধ জনগোষ্ঠী এক,
দিহিং নদীৰ পাৰে পাৰে আছে অনেক।
টাইফাকে সকলক লোকে ফাকিয়াল বুলিছিল,
ফাঁকি দি থাকি যোৱা মান বুলি ভাবিছিল।
পাটকাই পাৰহৈ থাকিছিল মুগণ্ডত,
সোতৰশ চনলৈকে সেই পাহাৰ মুলুকত।
তিনিকুৰি বছৰ আছিল নামটুৰুণ্ডত,
আছিল সুখেৰে অতি টুৰংপানী পাহাৰত।
আহোমৰ বিষয়া চন্দ্ৰ গোঁহায়ে আনি,
বহুৱালে দিচৈ কাষত একে জাত বুলি জানি।
মানৰ আক্ৰমণত মানে লগত লৈ গ'ল,
অসুবিধা পাই নামচিকতে এৰি থৈ গ'ল।
তাৰে পৰা ফাকে সকল ঘূৰি আহিলে,
বুঢ়ীদিহিং নদীৰ পাৰত গাঁও পাতিলে।
'মানচৌফা' নামৰ হ'ল প্ৰথম গাঁওখন,
তৰে পৰা বাঢ়ি গৈ এতিয়া হ'ল দহখন।
অনুসূচীত নহয় যদিও জনগোষ্ঠী হয়,
বিশেষত্ব জনগোষ্ঠীৰ দেখা পোৱা যায়।
চাংঘৰ সাজি বাস কৰে নৈৰ পাৰত,
'টিহ্যুন্ মানে চাংঘৰ টাইফাকে ভাষাত।
দীঘলীয়া এটি ঘৰ থাকে টকৌ ছালৰ
দীঘলে বঢ়াই যায় বৃদ্ধি হ'লে পৰিয়ালৰ।
'টোপহ্যন্' ৰাখে ঘৰৰ শেষৰ কোঠাত,
নিত্য পূজাৰ ব্যৱস্থা থাকে এই ঠাইত।
শেষৰ কোঠাত থাকে 'ফাংফাই' খন,
বাহিৰা লোকৰ নাই ইয়াত আসন।
ৰন্ধা আৰু খোৱা হয় এই ঠাইতে,
ঘৰৰ মুৰব্বী জনো শোৱে এই কোঠাতে।

গাঁৱৰ মাজতে থাকে বৌদ্ধ বিহাৰ,
মূৰ্তি ৰাখে উচ্চ বেদীত নিত্য পূজাৰ।
'বিহাৰ'ত মুখ্য 'ভিক্ষু' থাকে এজন,
ভিক্ষুৰ সহায়ক থাকে 'শ্ৰমণ' একোজন।
যাৱতীয় কামবোৰ 'লুকঅন্‌কিয়ঙে' কৰে,
আজৰি সময়ত ধৰ্ম পুথিবোৰ পঢ়ে।
ভিক্ষু আৰু শ্ৰমণে দুপৰীয়াৰ সাজ খায়,
বাকী সময় ধৰ্মালোচনা কৰি কটায়।
'পাঠক'জন ধৰ্ম পুথিৰ জ্ঞান থকা লোক,
ধৰ্মীয় কামত সহায় কৰে বৌদ্ধ ভিক্ষুক।
শালিখেতি জীৱিকাৰ প্ৰধান আশ্ৰয়,
ৰবিশস্যৰ পৰাও কিছু উপাৰ্জন হয়।
দুবেলা দুসাজ ভাত প্ৰধান আহাৰ,
ভাতৰ লগত থাকে আঞ্জা শাক পাতৰ।
'টোপোলা ভাত' ফাকে খাদ্যৰ বৈশিষ্ট
'শখাও' নামেৰে আছে পৰম্পৰা ঐতিহ্য,
'কান্‌চাংমাকাট্' নামৰ মছলাৰ ব্যৱহাৰ,
হাবিৰ লতা, শিপাৰে কৰে তৈয়াৰ।
কাঠফুলা প্ৰিয় খাদ্য টাইফাকে সকলৰ,
বাঁহগাজ, বেতগাজ খায় পাচলি বতৰৰ।
মাছ মাংস পালে খাই তেওঁলোকে,
জন্তু মাৰি মাংস নেখায় ফাকে লোকে।
'পানাও' 'পাচোম্' 'ঙুহাইং' অতি উপাদেয়,
অতিথি শুশ্ৰূষাৰ বাবেও আৱশ্যকীয়।
'পকাৎচোম্ ব্যঞ্জনত হয় ব্যৱহাৰ,
বিশেষ খাদ্য বিধ কৰে শাকেৰে তৈয়াৰ।
ফাকে সমাজ বহু ফৈদত বিভক্ত,
ফৈদবোৰ পূৰ্বপুৰুষৰ নামকৰ্ম বিশিষ্ট।
'থুমুং, উইংকেন্‌, চউহাইলুং, চেখেন,
মান্‌হাই, কাংম্যুং, মুংনই, হোমেন।
মাহাও, চেখাপ, হোমা, চোটন,
টংখা, পম্যুং, ল'খ' টুমটেন্।

দৈনন্দিন জীৱনত নাই বিচাৰ ফৈদৰ,
কেৱল বিয়াতহে হয় খবৰ ফৈদৰ।
ফাকে মহিলা তাঁত শিল্পত নিপুণ,
পৰিয়ালৰ কাপোৰ বৈ দিয়ে নতুন।
ফাকে মহিলাৰ বাবে বৰ লাজৰ বিষয়,
যদি আনে বোৱা কাপোৰ পিন্ধা হয়।
ৰংচঙীয়া কাপোৰত মহিলাই সপোন ৰচে,
ৰংকৰা কামটোও কৰি লয় নিজে।
হাবিৰ পৰা অনা শিপা পাত আদিৰে,
সূতাৰ ৰংকৰা জ্ঞান পাইছে পৰম্পৰাৰে।
'ফাটোং' পুৰুষৰ এবিধ প্ৰধান পোচাক,
পৰম্পৰাৰে ব্যৱহাৰ কৰি আছে ইয়াক।
পুৰুষৰ বগা পাগুৰিক 'মাহোহো' কয়,
বজাৰৰ গেঞ্জী, চোলা আদিও কিনি লয়।
'ফাফেক্‌মাই' নামৰ বগা চাদৰ এখন,
প্ৰাৰ্থনা আদিত ব্যৱহাৰ হয় ঘন।
ডেকা গাভৰুৰ ৰুচি বদলি হ'ল,
আধুনিক পোচাকৰ আদৰ দেখা গ'ল।
গাঁৱত থকা সময়ত পৰম্পৰা পোচাক,
বাহিৰলৈ গ'লেহে লাগে আধুনিকতাক।
আজিকালি 'চেখামচুম'ৰ ব্যৱহাৰ হয়,
নহ'লে সমাজত যে মান নৰয়।
ভিক্ষুসকলে পিন্ধে গেৰুৱা কাপোৰ,
গাঁৱৰ মহিলাই 'বয়' তাঁতত এইবোৰ।
পৰম্পৰা পদ্ধতিৰে ৰং কৰা মহিলাৰ আছে,
কঠালৰ হালধীয়া অংশ প্ৰয়োগ কৰিছে।
অলংকাৰৰ ব্যৱহাৰ মহিলাৰ বৰ নাই,
বৌদ্ধ ধৰ্মৰ প্ৰভাব পৰিছে নিশ্চয়।
ৰূপ বা সোণৰ 'বেয়ান্' ভাল পায়,
সোণৰ 'লাংচপ্' পিন্ধা দেখা যায়।
পিতৃ প্ৰধান সমাজ ফাকে সকলৰ,
সম্পত্তিৰ অধিকাৰ সেয়ে থাকে পুত্ৰৰ।

পিতৃৰ মৃত্যুত সম্পত্তি ভাগ হয়,
সকলো পুত্ৰই সমান ভাগ পায়।
ঘৰখন সৰু লৰাজনেহে পায়,
বৃদ্ধকালত তেঁৱেইহে কেৱল চায়।
মহিলাৰ সম্পত্তি মহিলাই পায়,
এই নিয়মৰ কোনো হেৰফেৰ নাই।
বিবাহ একে ফৈদত কদাপি নহয়,
যুগৰ ব্যৱধানত নিয়ম লৰচৰ হয়।
ফাকে সকলৰ জনসংখ্যা বৰ কম,
পুৰনা বাধা নিষেধৰ শিথিল নিয়ম।
খামতি, তুৰুং, আইটন একে ধৰ্মৰ,
ফাকেৰ লগত বিবাহ মাত্ৰ এক দুইজনৰ।
একপত্নীত সন্তুষ্ট টাই ফাকে সমাজ,
দ্বিপত্নী লয় যদি ৰাজি হয় ৰাইজ।
বিধৱা বিবাহত আছে সন্মতি সমাজৰ,
পত্নী মৃত্যু হোৱা জনৰ মত এই বিবাহৰ।
মোমায়েকৰ জীয়েকক বিয়া কৰায়,
এনে বিয়াত সমাজৰ একো বাধা নাই।
দুবিধ বিয়া আছে ফাকে সকলৰ,
'আওলোংমে' আৰু 'আওপইমা' নামৰ।
খোজা বঢ়া বিয়াক 'আওলোংমে' কয়,
খাখৰচ এই বিয়াত সৰ্বাধিক হয়।
বহুত নিয়ম নীতি কৰিব লগা হয়,
সামৰ্থ থকাই এই বিয়া পাতিবলৈ লয়।
'পচাওগ' নামৰ মধ্যস্থতাকাৰীও লাগে,
ভোজ ভাতৰ যোগাৰ হয় ভাগে ভাগে।
'কাটন্ কায়ন্চাও','কাপুংহইয়া',
'চাহাওপান্হাও' এই তিনিখলপীয়া।
অনুষ্ঠান পাৰ হব লগা হয় বিয়াত,
সেয়ে 'আওলোংমে' কম ফাকে সমাজত।
প্ৰেম বিবাহক 'আওপইমা' বুলি কয়,
ডেকাই প্ৰেমিকাক আনি ঘৰ সুমুৱায়।

কন্যাপক্ষৰ পিতৃ মাতৃ ৰাজি হব লাগে,
'টঙ্কাৰ'লেনদেনো কৰিব লাগে বেলেগে।
প্ৰেম বিবাহত বৰ নিয়ম নীতি নাই,
ভোজ ভাত দি ৰাইজক মান্তি কৰায়।
গাধনৰ পৰিমান সাতকুৰি হয়,
পৰম্পৰা মতে চলা প্ৰথা বুলি কয়।
'টঙ্কাৰ' পৰিমান হব পাৰে কম বেছি,
কন্যাৰ পিতৃ মাতৃৰ খেয়াল খুচি।
চৈধ্যকুৰি টকা হয় সৰ্ব্বোচ্চ গাধন,
সাত টকা দিব লাগে নিম্নতম ধন।
বৌদ্ধ ধৰ্মত বিশ্বাসী টাই ফাকে লোক,
পৰম্পৰাৰ বিশ্বাস নাই পোৱা লোপ।
অপদেৱতাত বিশ্বাস টাই ফাকেৰ আছে,
যদিহে বুদ্ধ পুজাৰে দুখ দুৰ্দ্দশা নুগুছে।
ধৰ্মৰ ভিত্তিত দুবিধ ফাকে আছে,
প্ৰথম বিধত সাধাৰণ গাঁএঞা পৰিছে।
বৌদ্ধ বিহাৰত ভিক্ষু শ্ৰমন আদি আছে,
দ্বিতীয় বিধত এই সকলক ধৰা হৈছে।
সাধাৰন গাঁএঞা লোকে 'পঞ্চশীল' লয়,
'অষ্টশীল' বৃদ্ধ লোকৰ পালনীয় হয়।
এই দুয়োক একেলগে 'দায়ক' বুলি কয়,
ভিক্ষু দানেৰে পুণ্য আৰ্জন কৰি লয়।
বৌদ্ধ বিহাৰৰ পূজা ভিক্ষুৱে কৰে,
গাঁএঞাক মন্ত্ৰ দিয়ে 'পঞ্চশীল' 'অষ্টশীলে'ৰে।
শ্ৰমন সকলে ভিক্ষুক সহায় কৰে,
ভিক্ষুৰ দৰে থাকি ধৰ্ম চৰ্চা কৰে।
'লুক্ অন্ কিয়ং' নামৰ চেমনীয়াই,
মন্দিৰৰ কামবোৰ কৰি দিয়ে সদায়।
ফাকে উৎসৱ সমূহ ধৰ্মীয় ভাবৰ,
বুদ্ধ পূজা প্ৰধান প্ৰতি উৎসৱৰ।
'পইচাংকেন্' ফাকেৰ উৎসৱ প্ৰধান,
তিনিদিনীয়া পানী বিছ 'ত্ৰিৰত্ন' স্নান।

ত্ৰিৰত্নৰ পূজা হয় তিনিদিন ধৰি,
চ'তৰ সংক্ৰান্তিত পূজা আৰম্ভনি কৰি।
শেষৰ দিনা পূজা অন্তত বিহু পাতে,
ডেকা গাভৰুৱে পানী খেলে উলাহতে।
বুদ্ধ পূৰ্ণিমাক 'পইনেন্‌হোক' বোলে,
ভিক্ষু দানেৰে দায়কে পুণ্য আৰ্জিলে।
'মেইকুচুমফাই' উৎসৱ হয় মাঘ মাহত,
নদীৰ বালিত মেজি জ্বলাই অতি উলাহত।
'লুচেটী' আৰু 'পইকঠিন' দুটি ধৰ্মীয় সকাম,
জাক জমকতা হীন বুদ্ধ পূজাহে মূল কাম।
উপদেৱতাৰ বিশ্বাস টাই ফাকেৰ আছে,
বুদ্ধ পূজাৰে ভালনেপালে উপদেৱতাক পূজে।
তন্ত্ৰ মন্ত্ৰ জনা লোকো টাই ফাকেৰ আছে,
সমাজৰ উপকাৰতহে ইয়াক ব্যৱহাৰ কৰিছে।
শৱ- দাহ প্ৰথা টাই ফাকেৰ প্ৰচলিত,
কোনো কোনো শৱৰ কবৰ হে উচিত।
দুৰ্ঘটনাত মৰা শৱ আৰু শৱ বাঘে খোৱা,
গৰ্ভৱতী মহিলাৰ শৱৰ নিয়ম কবৰ দিয়া।
পূৰ্বতে শৱ সাত দিন ৰখাৰ নিয়ম,
বৰ্ত্তমান সেই নিয়মৰ হ'ল ব্যতিক্ৰম।
শুকুৰ বাৰে ৰাতি আৰু শনিবাৰে মৰা,
দেওবাৰেহে শৱ দাহৰ নিয়ম কৰা।
ষষ্ঠ দিনত শুচিৰ মূল সকাম পাতে,
সমূহ জ্ঞাতিকেই ভোজ ভাত খাবলৈ মাতে।
মঙ্গলসূত্ৰ পাঠ কৰে পূজাৰী পাঠকে,
ভিক্ষুক যৱতীয় দান দিয়ে দায়কে।

**টোকা ঃ টাই ফাকে শব্দৰ অসমীয়া অনুবাদ**

মানচৌফা ঃ নাহৰকটীয়াৰ ওচৰৰ নাম ফাকে গাঁৱক ফাকে সকলে মান্‌চৌফা বোলে। মানচৌফা মানে সকলো ফাকে গাঁৱৰ মুখীয়াল সকল একেলগে হোৱা ঠাই।

টিহ্যুন্ ঃ টাই ফাকেৰ চাংঘৰ।

| | | |
|---|---|---|
| টোপহ্যন্ | ঃ | গৃহস্থৰ বুদ্ধপূজাৰ ঠাই। |
| ফাংফাই | ঃ | জুইশাল। |
| বৌদ্ধবিহাৰ | ঃ | বৌদ্ধধৰ্মাৱলম্বী টাইফাকেৰ ৰাজহুৱা ধৰ্মৰ অনুষ্ঠা-। |
| ভিক্ষু | ঃ | বৌদ্ধ বিহাৰৰ পুৰোহিত। ভিক্ষুৱে সংসাৰ ত্যাগৰ প্ৰতীক হিচাবে গেৰুৱা বস্ত্ৰ পৰিধান কৰে আৰু প্ৰতি পষেকত চুলি খৰায়। তেওঁলোক মন্দিৰতে থাকে আৰু মাত্ৰ দুপৰীয়াৰ আহাৰহে গ্ৰহণ কৰে। |
| শ্ৰমণ | ঃ | বৌদ্ধ ধৰ্মত দীক্ষিত লোক। তেওলোকে ভিক্ষুৰ দৰে জীৱন যাপন কৰে আৰু ধৰ্মীয় কামত সহায় কৰে। নিমন্ত্ৰণ নেপালে ভিক্ষু আৰু শ্ৰমন গাঁও বাসীৰ ঘৰলৈ নেযায়। |
| পাঠক | ঃ | ধৰ্ম পুথিৰ জ্ঞান থকা গাঁৱৰ বয়োবৃদ্ধ লোক। ভিক্ষুক ধৰ্মীয় কামত সহায় কৰে। |
| লুকঅন্ কিয়ং | ঃ | ভবিষ্যতে শ্ৰমন আৰু ভিক্ষু হোৱাৰ মানসেৰে চেমনীয়া লৰাক মন্দিৰলৈ পথোৱা হয় আৰু ভিক্ষু আৰু শ্ৰমনৰ পৰিচৰ্যা কৰাৰ লগতে ধৰ্মপুথি অধ্যয়ন কৰে। তেওলোকে দুয়োসাজ ভাত খায় আৰু ৰাতিৰ সাজ ভাত খায় মন্দিৰলৈ ঘূৰি আহে। |
| টোপোলা ভাত (শ খাও) | ঃ | মিহি লাহি চাউল ভাপত দি সিজাই কৌপাতেৰে মেৰিয়াই ডাওৰ ঔটেঙাটোৰ সমান কৰে। ই অতি সুস্বাদু। |
| কান্চাং | ঃ | হাবিৰ পৰা গছৰ পাত, শিপা আদি আনি প্ৰস্তুত কৰা মছলা। |
| মাকাট্ | ঃ | মছলা। |
| পানাও | ঃ | শুকান মাছ। |
| পাচোম | ঃ | বাহৰ চুঙাত থোৱা মাছ। |
| ঙুহাইং | ঃ | শুকান মাংস. |
| পকাৎচোম্ | ঃ | লাই শাকেৰে তৈয়াৰ কৰা এবিধ প্ৰিয় খাদ্য। |
| ফাটোং | ঃ | পুৰুষৰ লুঙী। |
| ফাহোহো | ঃ | বগা পাগুৰি। |
| ফাফেক্মাই | ঃ | বগা চাদৰ। |
| চিন্ | ঃ | মহিলাৰ মেখেলা। |
| ফানাংৱাৎ | ঃ | মহিলাই বুকুত লোৱা ৰঙা চাদৰ। |
| চেখামচুম | ঃ | ব্লাউজ |
| বেয়ান্ | ঃ | খাৰু |

| | | |
|---|---|---|
| লাংচপ | ঃ | সোণ বা ৰূপৰ আঙুঠি |
| আওলোংমে | ঃ | দৰাঘৰ আৰু কন্যাঘৰৰ অভিভাৱকে মিলি সামাজিক নিয়মেৰে পতা বিবাহ। |
| আওপইমা | ঃ | কন্যা পলুৱাই আনি পতা বিবাহ। |
| পচাওগ | ঃ | দৰাঘৰৰ পৰা নিয়োগ কৰা মধ্যস্থতাকাৰী লোক। এওঁ কন্যা ঘৰলৈ গৈ বিয়াৰ যা-যোগাৰ, গাধন আদিৰ খবৰ গোটায়। |
| কাটন কায়ন্চাও | ঃ | দৰাঘৰৰ পৰা দৰাৰ সম্বন্ধীয় লোকে কন্যাৰ ঘৰলৈ বিয়াৰ প্ৰস্তাৱ দিয়া। |
| কাপুংহইয়া | ঃ | বন্দবস্ত হোৱাৰ এমাহৰ পিচত পুনৰ দৰাঘৰৰ পৰা কন্যা ঘৰলৈ গৈ বিয়াৰ খা-খবৰ লোৱা। |
| চাহাওপান্হাও | ঃ | বিবাহৰ দিনা দৰাঘৰৰ পৰা ভাতৰ টোপোলা পাচোম আদি কন্যাৰ ঘৰলৈ পথোৱা। |
| টঙ্কা | ঃ | বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃক দিয়া নগদ টকা। |
| পঞ্চশীল | ঃ | ১/সৎকৰ্মত বিশ্বাস ৰখা ২/সৎচিন্তা কৰা ৩/পৰস্ত্ৰীত আসক্ত নোহোৱা ৪/মধুৰ বচন কোৱা ৫/উচিত পথেৰে উপাৰ্জন কৰা। |
| অষ্টশীল | ঃ | ১/সৎকৰ্মত বিশ্বাস, ২/সজচিন্তা, ৩/সজকৰ্ম, ৪/মধুৰ বচন ৫/উচিত কৰ্মসংস্থান, ৬/উচিত ভক্ষণ, ৭/উচিত স্মৰণ, ৮/উচিত ধ্যান। |
| দায়ক | ঃ | পঞ্চশীল আৰু অষ্টশীল লোৱা গাঁৱৰ ৰাইজ। |
| পইচাংকেন্ | ঃ | চ'তৰ সংক্ৰান্তিৰ পৰা তিনিদিনীয়াকৈ অনুষ্ঠিত কৰা ত্ৰিৰত্ন (বুদ্ধ, ধৰ্ম, সংঘ) স্নান্ উৎসৱ। |
| পইনেন্হোক | ঃ | বুদ্ধপূৰ্ণিমা। |
| মেইকুনচুমফাই | ঃ | মাঘৰ পূৰ্ণিমাত নদীৰ পাৰত মেজিজ্বলাই পতা উৎসৱ। |
| লুচেটী | ঃ | পইচাংকেন উৎসৱৰ দুই বা তিনি দিনত চৈত্য দানৰ উৎসৱ। |
| পইকঠিন | ঃ | কাতি মাহত ভিক্ষুকচীৱৰ (গেৰুৱাবস্ত্ৰ) দান দিয়া উৎসৱ। |
| মঙ্গলসূত্ৰ | ঃ | বৌদ্ধ ধৰ্মৰ স্তোত্ৰ। |

# টাই খাম্যাং পৰিচয়

খাম্যাং সকলক নৰা বুলিও জানে,
বিখ্যাত টাই গোষ্ঠীৰ বুলিহে মানে।
ওঠৰ শতিকাৰ শেষৰ কালছোৱালৈ,
মুংকঙত আছিল সৰু ৰাজ্য পাতিলৈ।
মুংমানে দেশ আৰু কংমানে ঢোল,
মুংকঙৰ অৰ্থহ'ল ঢোলবাদ্যৰ অঞ্চল।
তেতিয়াৰ ব্ৰহ্মদেশৰ পৰা আহিছিল,
হুকং উপত্যকাত বসবাস কৰিছিল।
পিচলৈ নৰাৰ নিজৰ অস্তিত্ব হেৰাল,
আহোমৰ লগত থাকি সংস্কৃতিলুকাল।
আহোম ৰজাস্বৰ্গদেউ চুহুমমুঙে,
নৰাৰজাৰ জীয়েকক বিয়া কৰালে।
স্বৰ্গদেৱে নৰাৰজাক সন্মান কৰিলে,
সুন্দৰী আহোম কন্যা উপহাৰ দিলে।
কীৰ্ত্তি চন্দ্ৰ বৰবৰুৱাই নৰাক আনিছিল,
নিজকে আচল আহোম বুলি চিনাকি দিছিল।
এই দৰেই নৰালোক অসমলৈ আহিল,
থলুৱালোকৰ লগত মিলাপ্ৰীতিৰে থাকিল।
শিৱসাগৰ জিলাতে প্ৰধান নিবাস,
দিচাংপানী আৰু চলাপথাৰৰ কাষ।
তিতাবৰৰ ওচৰতো নৰালোক আছে,
সংস্কৃতিৰ দিয়ানিয়াৰে এক হৈ পৰিছে।
টাই ফাকেৰ দৰে চাংঘৰ সাজে,
কোনো কোনো নৰাই মাটিতো সাজিছে।
পৰাম্পৰা নিয়মত চাংঘৰহে লাগে,
চাংঘৰ কৰে পাক ঘৰটিহে বেলেগে।
দীঘল খাম্যাং ঘৰত সৰু সৰু কোঠা,
সন্মুখৰ মুকলি কোঠাত বহিলে নাই লেঠা।
আলহিক সোধ পোচ এই ঠাইত হয়,
জাৰকালিৰ কাৰণে জুইশাল ৰখা হয়।

তাঁত শাল মহিলাৰ প্ৰতিঘৰত আছে,
চাংঘৰৰ তলৰ ঠাই ব্যৱহাৰ কৰিছে।
পৰিয়ালৰ কাপোৰ বোৰ মহিলাই বয়,
আৰ্থিক দিশেৰে গৃহস্থক সকাহদিয়া হয়।
কোনো গৃহস্থই চোতালত ভড়াল ৰাখিছে,
গৰু ৰাখিবলৈ গোহালিৰ ব্যৱস্থাও কৰিছে।
নিত্য পূজাৰ কাৰণে থাকে সৰু এটি কোঠা,
ঘৰৰ মূৰব্বী জনৰ বুদ্ধ পূজাৰ ব্যৱস্থা।
শেষৰ কোঠাটিত জুই শাল ৰখা হয়,
ৰন্ধাবঢ়া খোৱাৰ কাম ইয়াতেই হয়।
ঘৰৰ গৃহস্থ জন থাকে এই কোঠাতেই,
বাহিৰা মানুহৰ প্ৰবেশ নিষিদ্ধ হয়ালৈ।
গাঁৱৰ মাজত থাকে বৌদ্ধ বিহাৰ খন,
'ভিক্ষু' 'শ্ৰমণৰ' নিত্য প্ৰাৰ্থনাত মন।
বৌদ্ধ বিহাৰ কেন্দ্ৰস্থল জ্ঞান চৰ্চ্চাৰ,
উৎসৱৰ কেন্দ্ৰ বিন্দু বৌদ্ধ বিহাৰ।
কৃষিয়েই জীৱিকাৰ প্ৰধান আশ্ৰয়
শালি খেতি প্ৰচুৰ উৎপন্ন হয়।
শিক্ষিত চাকৰীয়াল দুই এক আছে,
পৰিয়ালৰ উপাৰ্জনত সহায় কৰিছে।
ৰবিশস্য কৰে উপযুক্ত বতৰত,
তামোলপান হয় বহুত খ্যম্যাং গাঁৱত।
ভাতেই প্ৰধান খাদ্য খাম্যাং লোকৰ,
মাছ মাংসও থাকে লগতে ভাতৰ,
খোৱাৰ বাবে জন্তুমৰাৰ বাধা ধৰ্মৰ
মাংস পালে নাই একোআপত্তি খোৱাৰ।
মদৰ ব্যৱহাৰ নাই খাম্যাং লোকৰ,
মদৰ সলনি ব্যৱহাৰ আছে চাহৰ।
ভিক্ষু সকলে দুপৰীয়াৰ সাজহে খায়,
গঁএগ্রা পালপাতি সেয়া আগবঢ়ায়।
গাঁওবুঢ়াই গাঁৱৰ প্ৰধান বিষয়া,
গাঁৱৰ সকলোতে তেৱেঁই আগৰনুৱা।

গাঁৱৰ দায়দোষৰ বিচাৰ তেওঁ কৰে,
বয়সস্থ লোক সকলৰ সহযোগেৰে।
বাৰিক নামৰ বিষয়া থাকে গাঁৱত,
মেল মিটিঙৰ কথা ৰাইজক কৰে অবগত।
উৎসৱ আদিত তেওঁৰ ভূমিকা আছে,
ৰাইজে সদায় তেওঁক সন্মান কৰিছে।
পাঠেক নামৰ বিষয়া আছে এজন,
ধৰ্মগ্ৰন্থ সমূহৰ বিজ্ঞলোক জন।
নটাফৈদত বিভক্ত খাম্যাং সমাজ,
দৈনন্দিত জীৱনত ফৈদৰ নাই কোনো কাজ।
থমুং, পাংয়ইক, চউলু, বাইলুং
চউলেক, চউলিক, চউহাই, টুংখুং
চউচং আদি নটাফৈদ আছে,
কেৱল বিয়াত ইয়াৰ বিচাৰ কৰিছে।
প্ৰকৃতিৰ নামৰ পৰা লোৱা ফৈদবোৰ,
পূৰ্ব পুৰুষৰ বৈশিষ্ট আদিৰে ভৰপুৰ।
সম্পতিৰ অধিকাৰ কেৱল পুৰুষৰ,
পিতৃৰ মৃত্যুতহে পুত্ৰৰ অধিকাৰ।
পিতৃ থাকোতেও সম্পতি পুত্ৰৰ হয়,
পিতৃয়ে নিজৰ বাবে এটি ভাগ লয়।
পুত্ৰ অবিহনে সম্পতি বংশলৈ যায়।
নিকট সম্বন্ধীয় জনে অধিকাৰ পায়।
সকলো পুত্ৰৰ সমান ভাগ সম্পত্তিৰ,
মিলিজুলি থাকে পৰিয়াল সুস্থিৰ।
একে গোত্ৰৰ মাজত বিবাহ নহয়,
গোত্ৰৰে বিচাৰ কেৱল বিয়াতহে হয়।
একপত্নী বিবাহিতজীৱন ভাল পায়।
দ্বিপত্নীৰাখিলে ৰাইজেভাল নেপায়।
বিধবা বিবাহ সমাজত প্ৰচলন আছে,
পত্নীহীন লোকে বিধবা বিবাহ কৰিছে।
মোমায়েকৰ জীক বিয়া কৰাব পাৰে,
পৰম্পৰাৰে এই নিয়ম আছে বিয়াৰে।

খাম্যাং সকলৰ বিয়া দুবিধ প্ৰকাৰে,
খোজাবঢ়া কৰি আৰু পলুৱাই অনাৰে।
খোজাবঢ়া কৰাবিয়া কমকৈ হয়,
খৰচ বেচি হোৱাত দ্বিতীয় বিধ লয়।
প্ৰথম বিধত গাধন প্ৰায় নাই
তিনিশদাবীকৰে যদি আনে পলুৱাই।
এশৰাই তামোল পালেও গাধন হয়
শিক্ষিত সকলে এইদৰে গাধন লয়।
বৌদ্ধ ধৰ্মত বিশ্বাসী খাম্যাং সকল,
পূজাপাৰ্বন সকলো ফাকেৰ অবিকল।
টাই ফাকেৰ দৰে শব দাহ কৰে,
বাকী নিয়ম নীতি টাই ফাকেৰ দৰে।

# টাই আইটনীয়া পৰিচয়

টাই পৰিয়ালৰ সৰু গোষ্ঠী আইটনীয়া,
উজনি ব্ৰহ্মদেশৰে লোক স্বাধীনচিতীয়া।
ওঠৰ শতিকাৰ শেষত অসম সোমাল,
শিৱসাগৰ জিলাত পাতিলে গাঁও ভাল।
বৰ্ত্তমান নাগৰিক গোলাঘাট জিলাৰ,
অঞ্চলৰ নাম সৰুপথাৰ বৰপথাৰ।
চাংঘৰ সাজি থকাৰ নিয়ম পৰম্পৰা,
টাইফাকেৰ দৰে অতীজৰে পৰা।
গাঁৱৰ মাজতে বৌদ্ধ বিহাৰখন থাকে,
সকলো বৌদ্ধ বিহাৰৰ নিয়ম একে।
কৃষিয়েই জীৱিকাৰ প্ৰধান সম্বল,
শালি খেতিৰ পৰা হৈছে স্বচ্ছল।
আজিকালি আহু খেতিও কৰিছে,
ৰবি শস্যৰ পৰা উপাৰ্জন বাঢ়িছে।
ৰবিশস্য বিশেষকৈ খাবলৈহে কৰে,
বজাৰত বেচাৰ কথা চিন্তা নকৰে।
তামোলপান প্ৰচুৰ উৎপন্ন হয়,
দৈনন্দিন জীৱনত ই নহ'লেই নহয়।
বৌদ্ধ ধৰ্মীয় হ'লেও মাছ মাংস খায়,
খোৱাৰ বাবে জন্তু মৰা নিয়ম নাই।
মদৰ ব্যৱহাৰ আছে নিষিদ্ধ সমাজত,
চাহ খোৱা নিয়ম চলিছে নিয়মত।
আলহি অতিথিকো যাচে চাহ কাপ,
পৰম্পৰা আতিথ্যৰ চানেকিৰ চাপ।
সংস্কৃতি কৰণ প্ৰক্ৰিয়াৰ প্ৰভাৱ পৰিছে,
খাদ্য বস্ত্ৰ আদিত আধুনিকতা আহিছে।
সকলো মহিলা তাঁত শিল্পত নিপুণ,
ঘৰৰ সকলোৰে কাপোৰ বয় নতুন।
সূতাত ৰং কৰা মহিলাৰ পৰম্পৰা,
প্ৰায় লুপ্ত হ'ল বজাৰ হোৱাৰ পৰা।

প্ৰতি গাঁৱত থাকে এজন 'হ'বান',
গাঁওবুঢ়া পদবীক ৰাইজে কৰে সন্মান।
পৰম্পৰা মেলৰ বিচাৰ হবানে কৰে,
পঞ্চায়তৰ প্ৰভাৱ যদিও গাঁৱত পৰে।
'হবান'ৰ সহায়ক 'ট্ৰেয়' নামৰ বিষয়া,
ধৰ্মীয় কামত তেওঁ অতি আগৰনুৱা।
'চাওহো' নামৰ এজন বিষয়া থাকে,
মেল মিটিঙৰ খবৰ জনাই ৰাইজকে।
গাঁৱৰ উৎসৱত 'চাওহো'জন লাগে,
ৰাইজৰ কামত তেওঁৰ ভাগৰ নেলাগে।
আইটনীয়া সমাজত আছে ফৈদ সাতোটি,
বিবাহৰ সময়তহে লাগে ফৈদ কেইটি।
থুমুং থাওচং, চাৰিংমু, থুমুং টাওফাই,
চাৰিংকোন, চউহাহান্, ফালুং, চাওহাই।
নিম্ন খাপৰ ফৈদ আছে সমাজত,
প্ৰধান ফৈদৰ লগত থাকে সম্পৰ্কত।
মূল ফৈদৰ লগত নিম্ন ফৈদৰ,
বিবাহ নহয় পৰম্পৰা নিয়মৰ।
পাহাৰ, গছ, জন্তুৰ নাম থাকে ফৈদত,
পূৰ্ব পুৰুষৰ বিশেষ গুণো থাকে লগত।
পুৰুষ প্ৰধান সমাজ আইটনীয়াৰ,
সম্পত্তিৰ সমান ভাগ পুত্ৰ কেইজনাৰ।
পিতৃয়ে ৰাখে এভাগ নিজৰ নামত,
বৃদ্ধকালত যত্ন লোৱা পুত্ৰৰ বাবদ।
জীয়েক আৰু বিধবাই সম্পত্তি নেপায়,
পুত্ৰহীন হ'লে নিকট সম্বন্ধীয়ই পায়।
প্ৰাথমিক যৌথ দুবিধ পৰিয়াল আছে,
প্ৰথমবিধৰ সংখ্যা বাঢ়িব লাগিছে।
একেগোত্ৰৰ মাজত বিবাহ নহয়,
সমগোষ্ঠীয় টাইৰ মাজত কাচিৎ হয়।
এক পত্নী বিবাহ প্ৰচলিত সমাজত,
যদিও বাধা নাই বহুপত্নী গ্ৰহণত।

মোমায়েকৰ জীয়েকক বিয়া কৰায়,
নহ'লে জৰিমনা ভৰিব লগা হয়।
পৰম্পৰা নিয়মত পাঁচ টকা জৰিমণা,
আজিকালি এই নিয়ম প্ৰায় নাই মনা।
বিধবা বিবাহত সমাজৰ বাধা নাই,
দহটকা মাননি দিব লাগে 'কাপৰাই'।
মৃত গিৰিয়েকৰ ভ্ৰাতৃয়ে এই টকা পায়,
পৰম্পৰাৰে এই নিয়ম চলিছে সদায়।
খোজাবড়া, পলুৰাই অনা দুবিধ বিয়া,
প্ৰথম বিধ বিয়া কিন্তু অধিক খৰচীয়া।
যাযোগাৰ বহুত কৰিব লগা হয়,
পলুৰাই অনা বিয়াৰ সেয়ে আশ্ৰয় লয়।
খোজাবড়া বিয়া পতাত থাকে সন্মান,
এনে বিয়া হয় যদি দৰা সমৰ্থবান।
খোজাবড়া বিয়াক 'আওলোংমে' বুলি কয়,
দ্বিতীয়বিধ বিয়াৰ 'আওপইমি' নাম থয়।
'পাচাওগ' নামৰ মাজৰ মানুহ থাকে বিয়াত,
দৰাকন্যা ঘৰৰ বিবাদৰ কৰে মিতমাত।
গাধনৰ দাবীত 'পাচাওগ'ৰ ভূমিকা আছে,
বুজাপৰাৰে গাধনৰ মিমাংসা কৰিছে।
গাধনক 'টাঙ্কা টাংহ' বুলি কয়,
সৰ্বাধিক গাধন পাচশ টকা হয়।
দেৰশ টকা গাধন দৰিদ্ৰ দৰাৰ,
কিষ্টি হিচাপে দিয়া ব্যৱস্থা দিয়াৰ।
ধৰ্ম আৰু উৎসৱত টাই ফাকেৰ মিল,
একে ধৰ্ম হোৱা হেতু নাই একে অমিল।
মৃত্যু আৰু সৎকাৰ আদিতো মিল আছে,
টাই গোষ্ঠীৰ পৰম্পৰা ৰক্ষা কৰিছে।

**টোকা ঃ টাই আইটনীয়া ভাষাৰ শব্দৰ অসমীয়া অনুবাদ**

হ'বান্ ঃ গাঁওবুঢ়া।

ট্ৰেয় ঃ গাঁৱৰ ধৰ্মীয় কামত ভিক্ষুক সহায় কৰে। তেওঁ ধৰ্মপুথি সমূহৰ

জ্ঞান থকা বয়সস্থ লোক।

টাওহো ঃ গাঁৱৰ ৰাইজৰ মেলৰ খা খবৰ ৰাইজক জনোৱা বিষয়া।

কাপ্‌ৰাই ঃ বিধবাই দ্বিতীয় বিবাহ কৰিলে মৃত গিৰিয়েকৰ ভায়েকক সন্মান কৰি দিয়া টকা।

আওলোংমে ঃ দৰাকন্যাৰ পিতৃ-মাতৃৰ মাজত আলাপ আলোচনাৰে হোৱা বিবাহ। বিয়া বহুত দিঘলীয়া আৰু খৰচ অধিক হয় কাৰণে এই বিয়া খুউব কম হয়।

আওপইমি ঃ প্ৰেম বিবাহ। দৰাই নিজৰ পচন্দৰ (একে গোত্ৰৰ নহয়) কন্যাক ঘৰলৈ আনে আৰু পিছত ৰাইজক ভোজভাত খুৱায়। এই বিয়াত গাধনৰ পৰিমাণ বেছি হয়।

পাচাওগ ঃ দৰাঘৰৰ পৰা নিয়োজিত মধ্যস্থতাকাৰী লোক। তেওঁ বিয়াৰ আৰম্ভণিৰ পৰা শেষলৈ দৰাঘৰ আৰু কন্যাঘৰৰ মাজত সংযোগ ৰক্ষা কৰে আৰু বিবাদ নিষ্পত্তি হোৱাত সহায় কৰে।

টাঙ্কাটাংহ ঃ বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃক দিয়া টকা।

# চিংফৌ পৰিচয়

চিংফৌ আছিল ব্ৰহ্মদেশৰ শ্যান প্ৰদেশত,
কাখ্যেন বা কাকু বুলিছিল স্বদেশত।
অসমলৈ আহি চিংফৌ নাম পালে,
চিংফৌৰ অৰ্থ মানুহ বুলিহে ক'লে।
প্ৰথমতে টেঙাপানী, নামৰূপত আছিল,
মানৰ আক্ৰমনত শদিয়াত থাকিছিল।
কেপটেইন নিউভিলে আনিলে চিংফৌক,
আনিলে চিংফৌৰ নিয়া দাস বিলাকক।
ওঠৰশ চাব্বিশ চনৰ চৰম দুৰ্দ্দশাৰ কথা,
অসমে পাইছিল পৰাধীনতাৰ মৰ্মবেথা।
চিংফৌৰ গাঁও আছে লিডু, মাৰ্ঘেৰিটাত,
পৰম্পৰা ৰক্ষা কৰি মিলি আছে তাত।
বিচাগাঁও, কথাগাঁও, কুম্চাই, নিংগম,
উলুপ, উবন্ দিবং আৰু লাংগম।
নামৰ চিংফৌ গাঁও পোৱা যায়,
ভৈয়ামৰ সংস্কৃতিৰে মিলি আছে সদায়।
চাংঘৰত চিং ফৌৱে থকি ভাল পায়,
দীঘে বঢ়াই যদি পৰিয়াল বঢ়ি যায়।
সন্মুখ কোঠাত বেৰ তিনিফালে নাই,
আলহি সোধ পোচ কৰা এয়ে ঠাই।
খেতিৰ সা-সজুলিও ৰাখে ইয়াতেই,
এই কোঠাত প্ৰবেশৰ বাধা নেথাকেই।
শেষৰ কোঠাত থাকে জুইশাল খন,
ৰন্ধাবঢ়াৰ বাবে ৰাখে ঠাই কন।
ঘৰৰ মুৰব্বী জন শোৱে ইয়াতেই,
খোৱা বোৱাও কৰে এই ঠাইতেই।
চোতালত গোহালি আৰু ভড়াল সাজে,
পৰিস্কাৰ কৰি ৰাখে মাজে মাজে।
গাঁৱৰ মাজতে থাকে বৌদ্ধ বিহাৰ,
বুদ্ধৰ মূৰ্ত্তিৰে শোভা কৰিছে বিস্তৰ।

অন্য গাঁৱৰ পৰাহে ভিক্ষু অনা হয়,
উৎসৱ পাৰ্বনত তেওঁৰ আৱশ্যক হয়।
শালি ধানৰ খেতি চিংফৌৱে কৰে,
দুবেলা দুসাজ আহাৰ যোগান ধৰে।
সৰিয়হ, মাহ, মাঁকৈ, আলু কচুও হয়,
খাবৰ জোখাৰেহে এইবোৰ কৰিবলৈ লয়।
গৰু, গাহৰি, কুকুৰা পোহে চিংফৌৱে,
বাহঁ, বেতৰ সামগ্ৰী ঘৰতে তৈয়াৰ কৰে।
গাহৰি, কুকুৰাৰ মাংস প্ৰিয় আহাৰ,
চাহ প্ৰিয় পানীয় সংস্কৃতি পৰম্পৰাৰ।
কাণি খোৱাৰ প্ৰচলন চিংফৌৰ আছিল,
বৰ্ত্তমান এই অভ্যাস প্ৰায় সমূলি গুচিল।
চিংফৌ মহিলাই কাপোৰ নিজে বৈ লয়,
পৰিয়ালৰ সকলোৰে বাবে কাপোৰ বয়।
প্ৰতি পৰিয়ালত থাকে তাঁতশাল খন,
নানাৰঙৰ কাপোৰেৰে মুহি আছে মন।
বহু ফৈদত ভাগ চিংফৌ সমাজ,
বিচাফৈদৰ ৰজাই চলায় কাম কাজ।
মিনলুং, কুংকী, ইন্‌থেম আদি ফৈদ,
কেবল বিবাহৰ বাবে বিচাৰ লোৱা বৈধ।
দুবিধ ফৈদ থাকে 'ৰজা' আৰু দাসৰ,
দূৰত্ব বিবাহত ৰাখে মাজত পৰস্পৰৰ।
প্ৰতি চিংফৌ গাঁৱত থাকে এজন 'ৰজা',
উত্তৰাধিকাৰী সূত্ৰে তেঁও চলায় প্ৰজা।
গাঁও বুঢ়া একোজন থাকে চিংফৌ গাঁৱত,
আলোচনা কৰি কাম কৰে ৰজাৰ লগত।
ধৰ্মীয় কামৰ দায়িত্বত থাকে 'ডুমচাই',
তেঁওক সহায় কৰে 'কিন্‌জং' বিষয়াই।
'ৰংজুটা' নামৰ গাঁৱৰ মেল আছে,
ৰজাৰ ঘৰত মেল বহা নিয়ম কৰিছে।
মেলে দায় দোষৰ বিচাৰ কৰে,
দোষীয়ে সৰ্ব্বোচ্চ ছশ টকা ভৰে।

সম্পত্তিৰ অধিকাৰ পুত্ৰ সকলৰ,
পিতৃৰ মৃত্যুত হয় সেয়া হস্তান্তৰ।
বৰ ল'ৰাৰ হয় মাটি আৰু পিতৃৰ বিষয়,
অস্থাবৰ সম্পত্তি কনিষ্ঠ পুত্ৰৰহে হয়।
মাজু পুত্ৰই সম্পত্তিৰ ভাগ নেপায়,
পৰম্পৰা নিয়মত সম্পত্তি এইদৰে ভগায়।
একপত্নী বিবাহ চিংফৌৱে ভাল পায়,
বহুপত্নী বিবাহত যদিও বাধা নাই।
'ডেলটনে' উল্লেখ কৰিছে বহুপত্নীৰ,
বিশেষকৈ থাকে চিংফৌৰ মূৰব্বীৰ।
একে ফৈদৰ মাজত বিবাহ নহয়,
পৰম্পৰা নিয়মত বিবাহ পালন হয়।
খোজা বঢ়া কৰি পতা চিংফৌ বিয়াত,
পৰিয়ালৰ সন্মান ৰক্ষা হয় ইয়াত।
দৰা কন্যাৰ পিতা মাতাই আগভাগ লয়,
খা- খৰচ বহুত বিয়াত কৰিব লগা হয়।
দেওধাই পুৰোহিত এনে বিয়াত লাগে,
ধৰ্মীয় কাম বোৰ তেওঁ কৰে ভাগে ভাগে।
পলুৱাই অনা বিয়া বেচি কৈ হয়,
গাধন এনে বিয়াত বেচিকৈ লয়।
ফৈদৰ বিচাৰ এনে বিয়াতো কৰে,
নিয়ম নেমানিলে ৰাইজৰ ৰোষত পৰে।
ৰজাৰ ফৈদৰ লগত দাস ফৈদৰ,
নহয় কদাপি বিয়া চিংফৌ সমাজৰ।
গাধন দিয়া নিয়ম চিংফৌৰ আছে,
দুখীয়া দৰাৰ গাধন কমকৈ বিচাৰিছে।
পূৰ্বতে ভূটানৰ কাঁহ দিব লাগিছিল,
এটা ম'হ এজনী গাই লগত দিছিল।
দেওমণি, চিংফৌকাপোৰ লাগিছিল,
এটা বন্দুকো দিয়া নিয়ম আছিল।
আগেয়ে 'যাংফ' লোং' দিব লাগিছিল,
'ফুচুং' কাপোৰ দিয়াৰো নিয়ম আছিল।

যৌতুকত দাস এটি দিয়াৰ নিয়ম আছিল,
স্বাধীনতাৰ পিচত এই নিয়ম উঠি গৈছিল।
আজিকালি নিয়ম হ'ল টকাহে দিয়াৰ,
পাচশ টকা গাধন লাগে চহকী দৰাৰ।
বৌদ্ধ ধৰ্মত দীক্ষিত চিংফৌ সমাজ,
পৰম্পৰা বিশ্বাস কৰিছে বিৰাজ।
বৌদ্ধ ধৰ্মৰ পূজা পাৰ্বন নিয়মিত হয়,
গুপ্ত ভাবে জড়োপাসনাৰ আশ্ৰয় লয়।
অপদেৱতাত বিশ্বাস চিংফৌৰ আছে,
'নাহাট' অপদেৱতাক বিশ্বাস কৰিছে।
'মু' অপদেৱতা জন পৃথিবীৰ গৰাকী,
'গ' অপদেৱতা হ'ল পৰিয়াল সংহাৰী।
'নিগ্ৰিছ' দেৱতাক পূজা দিব লাগে,
ৰাইজ যদিহে মাৰিমৰকত ভোগে।
ম'হ, গাহৰি, কুকুৰা বলি দিয়া হয়,
মাৰিমৰক আঁতৰে, অপদেৱতাই পূজা লয়।
ম'হৰ মূৰটো ঘৰত ওলোমাই ৰখা হয়,
পৰম্পৰাৰে এই নিয়ম কৰিবলৈ লয়।
বিহাৰৰ ভিক্ষুৱে পূজাত অংশ নলয়,
বৌদ্ধ ধৰ্ম আৰু অপদেৱতাৰ মিল নহয়।
চিংফৌ সকলৰ বাৰ্ষিক পূজা এটি হয়,
'নুম্‌চাংনাট' বুলি এই পূজা ভাগক কয়।
দুদিন বা তিনিদিন ব্যাপি পূজা হয়।
দেউৰী জনে পূজাৰ বলিৰ কথা কয়,
ম'হ, গাহৰি, কুকুৰা বলি দিয়া হয়।
এই পূজাই গাঁৱলৈ শান্তি আনে বুলি কয়,
গৃহস্থৰ মঙ্গলৰ হকে 'ইন্টানাট' পাতে।
দেউৰীয়ে বলি বিধান কৰে নিয়ম মতে,
আত্মাৰ মৰণ নাই বুলি চিংফোৱে জানে।
তিনিখন স্বৰ্গলৈ আত্মা যায় বুলি মানে,
পাপ পুন্য অনুপাতে আত্মা স্বৰ্গলৈ যায়।
পুন্য কাম কৰা আত্মাই ভাল স্বৰ্গ পায়,

শৱ দাহ কৰা প্ৰথা আছে প্ৰচলিত,
কবৰ দিয়া হয় মৃত্যু হোৱাৰ পদ্ধতিত।
শৱ দাহ দৰিদ্ৰৰ মৰা দিনাই হয়,
ধনী লোকৰ শৱহে দুই তিনি দিন থয়।
ধনী লোকৰ মৃত্যুৰ দিন স্মৰণৰ বাবে,
শ্মশানত মৃতকৰ স্মৃতি স্তম্ভ ৰাখে।
অস্বাভাবিক মৃত্যুৰ বেলেগ নিয়ম আছে,
বলি দিয়া ম'হৰ মূৰ শ্মশানত ৰাখিছে।
শুচি হোৱা সকাম যোল্ল দিনত কৰে,
ধৰ্মীয় কাম শেষ কৰে ভিক্ষুৰ দানেৰে।
ৰাইজৰ কাৰণে এটি ভোজৰ যোগাৰ,
গৃহস্থই সেৱা লয় সুখ শান্তি কামনাৰ।

**টোকা ঃ চিংফৌ দোৱানৰ শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| ভিক্ষু | ঃ | বৌদ্ধ বিহাৰৰ পুৰোহিত। তেওলোকে গেৰুৱা বসন পিন্ধে। দুপৰীয়াৰ সাজ ভাত মাত্ৰ খায় আৰু প্ৰতি পষেকত মূৰ খুৰায়। |
| ৰজা | ঃ | পৰাম্পৰা অনুযায়ী চিংফৌ সকলৰ প্ৰশাসক জনক ৰজা বোলে। |
| ডুমচা | ঃ | ধৰ্মীয় কামবোৰ পৰিচালনা কৰে। |
| কিনজং | ঃ | ডুমচাক সহায় কৰা বিষয়া। |
| ৰংজুটা | ঃ | গাঁৱৰ মেল। |
| ইয়াংফ'লোং | ঃ | ম্যানমাৰৰ লোকে পিন্ধা বিশেষ কোট। |
| ফুচুং | ঃ | এবিধ বিশেষ কাপোৰ, ম্যানমাৰৰ পৰা অনা। |
| নাহাট | ঃ | অপদেৱতা (Spirit)। |
| 'ম' | ঃ | আকাশলৈ বিস্তৃত থকা প্ৰভাৱশালী অপদেৱতা। |
| 'গ' | ঃ | মৰ্ত্ত্যত প্ৰভাৱ পেলোৱা অপদেৱতা। |
| নিগ্ৰিছ | ঃ | বৰুণদেৱতা। |
| নুম্চাংনাট | ঃ | ৰাজহুৱাকৈ পালন কৰা বাৰ্ষিক পূজা। এই পূজা দুই তিনি দিন ধৰি চলে। |
| ইন্টানাট্ | ঃ | গৃহদেৱতা। বছৰত এবাৰ বা দুবাৰ এই দেৱতাক পূজা দিয়া হয়। |
| দেউৰী | ঃ | পূজা আদিত আগ ভাগ লোৱা, বলিবিধান সম্পন্ন কৰা ধৰ্মপুথিত জ্ঞান থকা বয়সস্থ লোক। |

# টাই খামতি পৰিচয়

টাই পৰিয়ালৰ জ্যেষ্ঠ জন টাই খামতি,
চাংহাই নামেৰে পৰিচিত হ'ল সমষ্টি।
মুংখামতিলোং বা বৰ খামতিত আছিল,
উজনি ব্ৰহ্মদেশৰ অঞ্চলত পৰিচিল।
ইৰাৱতী নদীৰ পাৰৰ আছিল এই ঠাই,
টেঙাপানীলৈ আহিল তাৰ পৰা উজাই।
শদিয়াত থাকিছিল লুকাই বহুত বছৰ,
চৰকাৰৰ লগত সংঘৰ্ষ হৈছিল নিৰন্তৰ।
শদিয়া এৰি পলাই থাকিব লাগিছিল,
শেষত পুৰণা গাঁৱত থাকিবলৈ দিছিল।
বৰ্ত্তমান অৰুনাচলৰ এটি প্ৰধান জনজাতি,
অসমৰ লক্ষিমপুৰ জিলাত ক্ষুদ্ৰ বসতি।
নাৰায়নপুৰ আৰু বিহপুৰীয়া গাঁৱত বাস,
শান্তশিষ্ট লোক থাকে পাহাৰৰ কাষ।
পাহাৰৰ নামনিত ঘৰ সজা ঠাই,
চাংঘৰত থকাৰ অভ্যাস এৰি দিয়া নাই।
সৰু সৰু কোঠাৰে এটি দীঘল ঘৰ,
বাঁহ বেতেৰে সজা, ছাল টকৌপাতৰ।
গোহালি আৰু ভড়াল থাকে চোতালত,
কোনোৱে গৰু বান্ধে চাংঘৰৰ তলত।
প্ৰথম কোঠাটিত বেৰ তিনি ফালে নাই,
আলহি সোমাই যোৱাত বাধা একো নাই।
আলহিৰ সোধ পোচ ইয়াতেই হয়,
জাৰকালিৰ কাৰণে জুইৰ ব্যৱস্থা হয়।
শেষৰ কোঠাত শোৱে গৃহস্থ ঘৰৰ,
ৰন্ধা বঢ়া কৰাৰো ঠাই অতি সুন্দৰ।
বুদ্ধ মূৰ্ত্তি ৰাখে এই কোঠাৰ কোণত,
নিত্য পূজা কৰা ব্যৱস্থা এই স্থানত।
গাঁৱৰ মাজত থাকে এটি 'বৌদ্ধবিহাৰ',
গাৱৰ পূজা পাৰ্বনত সদায় ব্যৱহাৰ।

বেদীত থকা বুদ্ধ মূৰ্ত্তিত নিত্য পূজা হয়,
প্ৰধান ভিক্ষুৱে এই পূজাৰ দায়িত্ব লয়।
গেৰুৱা পোছাক পিন্ধে চুলি খুৰায়,
দুপৰীয়াৰ ভাত সাজহে কেৱল খায়।
কৃষিৰে জীৱিকা চলায় খামতি সকলে,
শালি খেতিহে বেচি কৰে প্ৰতি পৰিয়ালে।
শালি চাউলৰ ভাত খাই ভাল পায়,
শাক পাচলিৰ আঞ্জা ভাতৰ লগত খায়।
মাছ মাংস খোৱাত একো বাধা নাই,
নিজে ঘৰত জন্তু মাৰি মাংস নেখায়।
মাছ প্ৰিয় খাদ্য খামতি সকলৰ,
মাছেৰে প্ৰস্তুত কৰে নানা সু-খাদ্যৰ।
'পাচাও' 'পাচা' এনে দুই খাদ্য,
উৎসৱ পাৰ্বনত লগা প্ৰধান দ্ৰব্য।
বাঁহগাজ, বেতগাজ খাই ভাল পায়,
পাহাৰীয়া শাক পাতৰ মছলাহে খায়।
প্ৰতি খামতিৰ ঘৰত থাকে তাঁতশাল,
পৰিয়ালৰ কাপোৰ মহিলাই বয় ভাল।
খামতিয়ে ভাল পাই সৰলতা, পৰিচ্ছন্নতা,
পোচাকত নাই কোনো জাক জমকতা।
পুৰুষে ৰঙীন লুঙী পিন্ধে পৰম্পৰা,
প্ৰধান পোচাক সেয়ে ঘৰতে কৰা।
বগাপাগুৰি আৰু শুদ্ধ বগাচোলাৰে,
পুৰুষক শুৱাই অতি সুন্দৰ ৰূপেৰে।
মহিলাৰ মেখেলা খন ৰংচঙীয়া,
নিজে তাঁতত বোৱা খমখমীয়া।
বুকুৰ কাপোৰখন নিজে বৈ লোৱা,
বগা পাগুৰিৰে পুৰুষৰ মন ভুলোৱা।
খামতি সমাজত থাকে একোজন 'ৰজা',
বৰ্তমান যুগত কিন্তু ৰাইজেই ৰজা।
'ৰজা' হ'ল খামতিৰ অতীত গৌৰৱ,
প্ৰতীক হিচাপে ৰাখিছে স্মৃতিৰ সৌৰভ।

প্ৰকৃততে ‘কেমান্’হে গাঁৱৰ প্ৰকৃত গৰাকী,
শ্ৰদ্ধাৰ ব্যক্তি গাঁওবুঢ়া পদবীৰে চহকী।
‘পাঠেক’ নামৰ এজন বিষয়াও আছে,
ধৰ্মীয় কামবোৰত সহায় কৰিছে।
গাঁৱৰ বয়সস্থ পুৰুষ আৰু গাঁওবুঢ়া মিলি,
গাঁৱৰ মেলখন চলায় মিলিজুলি।
মেলৰ বিচাৰ ৰাইজে মানে শ্ৰদ্ধাৰে,
আধুনিক যুগতো মেল চলিছে নিয়মেৰে।
এশ চল্লিশ টকা জৰিমণা বিহে,
পুৰণা নিয়ম নীতি ৰাখিব বিচাৰে।
‘ফান্ মুংকাং’, ‘মানপাং’, লুক্খুন্
মানচে, চিংকাই, মানপুং মক্ৰুণ।
কাম্‌টন, লাওহোক্ আদি ফৈদ আছে,
সমিল মিলেৰে সুস্থ সমাজ গঢ়িছে।
ফৈদৰ বিচাৰ কেৱল বিয়াতহে হয়
দৈনন্দিন জীৱনত ফৈদ গণ্য নহয়।
প্ৰাথমিক যৌথ দুয়োবিধ পৰিয়াল,
খামতি লোকৰ আছে নাই খৰিয়াল।
পুৰুষৰ পৰাহে উত্তৰাধিকাৰ মনা হয়,
এই নিয়মক খামতিয়ে পৰম্পৰা কয়।
পুত্ৰই পিতৃৰ সম্পত্তি লাভ কৰে,
জীয়েক বা পত্নীৰ অধিকাৰ নাই একোৰে।
পুত্ৰ হীনৰ সম্পত্তিও মহিলাৰ নাই,
নিকট সম্বন্ধীয় জনেহে সেয়া পায়।
সকলো পুত্ৰই সম্পত্তি সমানে পায়,
বৃদ্ধ কালত লগত থকা জনে ঘৰ পায়।
একে ফৈদৰ মাজত বিবাহ নহয়,
তিনি পুৰুষ পাৰ হলে আপত্তি নহয়।
আন জনগোষ্ঠীৰ দৰে দুবিধ বিয়া,
পলুৱাই অনা আৰু খোজা বঢ়া।
খোজা বঢ়া বিয়াত খৰচ অধিক হয়,
পলুৱাই অনা বিয়াৰহে আশ্ৰয় লয়।

মোমায়েকৰ জীয়েকক বিয়া কৰায়,
যদিও খামতি ডেকাই বৰ ভাল নেপায়।
বিধৱা বৌৱেকক বিয়া কৰায় দেওৰেকে,
জাক জমকতা এনে বিয়াত একো নেথাকে।
এক পত্নী বিবাহ পচন্দ কৰে খামতিয়ে,
বহু পত্নী ৰখাত যদিও আপত্তি নকৰে।
খুলখালীয়েকক বিয়া কৰায় খামতিয়ে,
যদিহে আপত্তি নকৰে প্ৰথম পত্নীয়ে।
গাধন দিয়া প্ৰথা আছে সমাজত,
'তিনি খান্ নুং' দাবী কৰে অতি কমত।
ৰজাৰ ফৈদে গাধন বেচিকৈ ভৰে,
এনে ধনৰ পৰিয়াল 'সাতছয়নুং' হব পাৰে।
শিক্ষিত চাম লোকে নিবিচাৰে গাধন,
এই প্ৰথা উঠোৱাতহে দিছে কান মন।
বৌদ্ধ ধৰ্মৰ হীনযান পন্থী খামতি,
শুদ্ধ ভাবে মানি আছে ধৰমৰ খুটি।
'বৌদ্ধ বিহাৰ'ত থাকে 'ভিক্ষু' প্ৰধান,
নিত্য বুদ্ধ পূজা কৰে পবিত্ৰ প্ৰাণ।
গেৰুৱা বস্ত্ৰ পৰিধান কৰে, মূৰ খুৰায়,
দুপৰীয়াৰ ভাত সাজহে মাত্ৰ খায়।
শ্ৰমণ নামৰ কনিষ্ঠ ভিক্ষু আছে,
প্ৰধান ভিক্ষুক সদায় সহায় কৰিছে।
ধৰ্মানুষ্ঠান, উৎসৱত টাই ফাকেৰ মিল,
মৃত্যু আৰু সৎকাৰত নাই একো অমিল।
লোক গীত, সাধু, ফঁকৰা যোজনা,
খামতিৰ আছে বহুত নাই তুলনা।

**টোকা ঃ খামতি ভাষাৰ শব্দৰ অসমীয়া অনুবাদ**

বৌদ্ধবিহাৰ ঃ বৌদ্ধ ধৰ্মাৱলম্বী লোকৰ ৰাজহুৱা মন্দিৰ। নিয়মিত বুদ্ধ পূজা হয়। ভিক্ষু আৰু শ্ৰমণ নামৰ পুৰোহিত এই মন্দিৰৰ কাষতে থাকে।

পাচাও ঃ চুঙাত থোৱা মাছ।

| | | |
|---|---|---|
| পাচা | ঃ | মাছৰ ব্যঞ্জন। |
| ৰজা | ঃ | পৰম্পৰা ভবে চলি অহা খামতিৰ শাসক। |
| কে'মান্ | ঃ | গাঁওবুঢ়া |
| পাঠেক | ঃ | শাস্ত্ৰৰ জ্ঞান থকা বয়োজ্যেষ্ঠ লোক। |
| গাধন | ঃ | বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃক দিব লগা ধন। |
| তিনি খান্নুং | ঃ | ৪২টকা (বিয়াল্লিশ টকা) |
| সাত ছয় নুং | ঃ | ৯৮০ টকা (নশ আশী টকা) |

# দোৱনীয়া পৰিচয়

দোৱনীয়া নামৰ নৃগোষ্ঠী মাৰ্ঘেৰিতাত আছে,
লিডু অঞ্চলতো দোৱানীয়াই গাঁও পাতিছে।
সৰ্বমুঠ দহখন দোৱনীয়া গাঁও পোৱা যায়,
বুঢ়ীদিহিং নদীৰ পাৰতহে, আন ঠাইত নাই।
দোৱান জানে বাবে জনাজাত দোৱানীয়া,
চিংফৌৰ লগত দাস হৈ জীৱন কটোৱা।
মৰান, মটক, কছাৰীৰ সংমিশ্ৰন এটি জাতি,
চিংফৌৱে ধৰি নি দিলে এক নতুন সংস্কৃতি।
চৌত্ৰিশ বছৰে চিংফৌৰ দাস হৈ থাকিছিল,
কেপটেইন নিউভিল চাহাবে মুকলি কৰিছিল।
চাংঘৰত থাকে দোৱনীয়াই টাই ফাকেৰ দৰে,
জখলাৰে ঘৰত উঠিব লাগে অতি সাৱধানেৰে।
ঘৰৰ পিচত মুকলি চাং 'নিচাং' বুলি কয়,
ধান শুকোৱা, বাচন ধোৱা আদি কামৰ হয়।
সন্মুখৰ মুকলি কোঠা প্ৰবেশত বাধা নাই,
আলহিক শুশ্ৰূষা কৰে শ্ৰদ্ধাৰে বন্ধুৱাই।
কৃষিয়েই জীৱিকাৰ প্ৰধান উপায় দোৱনীয়াৰ,
শালি খেতি কৰি খৰচ যোগায় ৰাতি দুপৰীয়াৰ।
ৰবি শস্য কৰিও বছৰত বহু উপাৰ্জন কৰে,
ঘৰত ব্যৱহাৰ কৰিও কিছু বেপাৰ কৰিব পাৰে।
'চেৱা দিয়া ভাত' প্ৰিয় খাদ্য দোৱনীয়াৰ,
মাছ মাংস পালে আপত্তি নাই খোৱাৰ।
খাদ্যাভ্যাস অজনগোষ্ঠীৰ লগত প্ৰায় মিলে,
পৰম্পৰা পালন কৰি থাকে সন্মিল মিলে।
গাঁৱৰ মাজতে থাকে বৌদ্ধবিহাৰ খন,
চিৰস্থায়ী ভাবে ৰাখে বৌদ্ধভিক্ষু জন।
বুদ্ধমূৰ্ত্তি ৰাখে বেদীত নিত্য পূজা কৰে,
ৰাইজে পাল পাতি ভিক্ষুৰ খাদ্য যোগান ধৰে।
ভিক্ষু সকলে খায় মাত্ৰ আহাৰ দুপৰীয়াৰ,
বৌদ্ধ বিহাৰতে থাকে মঙ্গল চিন্তা দোৱনীয়াৰ।

মহিলাসকল তাঁত শিল্পত অতি নিপুণ,
পৰিয়ালৰ কাপোৰ খিনি বৈ দিয়ে নতুন।
আজিকালি বজাৰৰ পোচাকৰ আদৰ বঢ়িল,
সময়ৰ লগত খোজ মিলাই চলিব লাগিল।
দোৱনীয়া চিংফৌ ফৈদৰ মিশ্রণ ঘটিল,
দোৱনীয়া চিংফৌৰ দাস হৈ বহুকাল আছিল।
চিংফৌৰ নামেৰে ফৈদ আছে দোৱনীয়া সমাজত,
প্রভু দাসৰ একত্রীকৰণৰ স্মৃতি থাকিল লগত।
উম্‌বান্, মাচে, নংৰি, উলুপ, গিনচাং,
পাংখুং, লিডই, নিংদা, চিৰিং, গামফাং।
আদি চিংফৌ ফৈদ বহু আছে দোৱনীয়াৰ,
আন জনগোষ্ঠীৰ দৰে নাই ফৈদৰ ব্যৱহাৰ।
দোৱনীয়া গাঁৱৰ দায়িত্বত থাকে গাঁওবুঢ়া,
গাঁও পৰিচালনা কৰে নিয়ম ৰাখি পৰম্পৰা।
ৰাজনৈতিক ক্ষমতা বহুত আছিল গাঁওবুঢ়া জনৰ,
গাঁও পঞ্চায়ত হোৱাৰ পৰাই ক্ষমতা কমিল গাঁওবুঢ়াৰ।
শিক্ষিত যুৱ চামে এতিয়া আগভাগ লয়,
গাঁওবুঢ়াক নামতহে ৰাখি থোৱা হয়।
দুবিধ বিয়াৰ নিয়ম প্রচলিত দোৱনীয়াৰ,
পলুৱাই অনা বিয়া আৰু খোজা বঢ়া কৰাৰ।
খোজাবঢ়া কৰা বিয়া অধিক ব্যয় সাপেক্ষ,
বিবাহৰ যোগাৰত সময় লাগে কেবাটাও পক্ষ।
পলুৱাই অনা বিয়া সেয়ে সৰহভাগ হয়,
চহকী জনেহে খোজা বঢ়া বিয়া পাতিবলৈ লয়।
'খুংমোং' নামৰ মধ্যস্থতাকাৰী এজন থাকে,
দৰা কন্যা দুয়োঘৰৰ মাজত সংযোগ ৰাখে।
গাধন নিৰূপণত তেওঁৰ ভূমিকা ডাঙৰ,
ওজৰ আপত্তি মিলামিছা কৰে কন্যা পক্ষৰ।
দৰাৰ অবস্থা চাইহে গাধনৰ দাবী হয়,
দুশ টকাৰ পৰা পাঁচশ পৰ্যন্ত সাধন হয়।
বিয়াৰ দিনা গধূলিতে বৰযাত্রী যায়,
কন্যাৰ পদূলিত দৰাজনক নিয়ে আগবঢ়ায়।

বয়সস্থ লোকৰ উপদেশ দৰা কন্যাই লয়,
ভোজভাত খুৱাই ৰাইজৰ আশীৰ্বাদ লয়।
বৌদ্ধ ধৰ্মীয় হোৱা বাবে নিয়মবোৰ একেই,
টাইফাকেৰ দৰে পালন কৰে একে নিয়মেই।
উৎসৱ আদিৰো নিয়মৰ পাৰ্থক্য একো নাই,
ধৰ্ম প্ৰধান উৎসৱসমূহ একে দেখা যায়।
মৃত্যু আৰু সৎকাৰ আদিত নাই একো অমিল,
টাইফাকে লোকৰ লগত থাকে বহুত মিল।

**টোকা ঃ দোৱনীয়া শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| নিচাং | ঃ | চাংঘৰৰ পিছফালে থকা মুকলি ঠাই। বিভিন্ন কামৰ কাৰণে মহিলাসকলে এই ঠাই ব্যৱহাৰ কৰে। |
| চেৱা দিয়া ভাত | ঃ | ভাপত সিজোৱা ভাত। এই ভাত অতি সুস্বাদু। |
| বৌদ্ধবিহাৰ | ঃ | বাজঘৰা ধৰ্মানুষ্ঠান। |
| ভিক্ষু | ঃ | বৌদ্ধ ধৰ্মত জীৱন উৎসৰ্গা কৰা ত্যাগী লোক। এওঁলোকে গেৰুৱা বসন পিন্ধে, কেৱল দুপৰীয়া সাজ ভাত খায়, মন্দিৰত থাকি ধৰ্মচৰ্চা কৰে। গাঁৱৰ ৰাইজে নিমন্ত্ৰণ কৰিলেহে গাঁৱলৈ যায়। |
| খুংমাং | ঃ | বিয়াত দৰাঘৰ আৰু কন্যাঘৰৰ মাজত সম্পৰ্ক ৰক্ষা কৰা আৰু গাধনৰ পৰিমাণ নিৰ্ণয় কৰাত ভূমিকা গ্ৰহণ কৰা দৰাৰ সম্পৰ্কীয় লোক। |

# টাই তুৰুং পৰিচয়

যোৰহাট জিলাৰ তিতাবৰত নিবাস,
গোলাঘাটৰ সৰুপথাৰতো তুৰুঙৰ বাস।
উনৈশ শতিকাৰ মাজত অসম সোমাইছিল,
ব্ৰহ্মদেশৰ তুৰুংপানীত বাস কৰিছিল।
চিংফৌৱে ৰাখিছিল বহুত বছৰ,
চিংফৌৰ ভাষাকে লৈছিল বুলি নিজৰ।
টাই আৰু চিংফৌৰ মিহলি ভাষা কয়,
দৈনন্দিন জীৱনত অসমীয়া ব্যৱহাৰ হয়।
দীঘলীয়া চাংঘৰ থাকে খেৰ বাহৰ,
দীঘলে বঢ়াই যায় সৰহ পৰিয়ালৰ।
সন্মুখৰ কোঠাৰ মাটিত থাকে কাঠৰ জখলা,
দাং এডাল দিয়া থাকে পৰে বুলি হ'বলা।
সন্মুখৰ কোঠাত প্ৰবেশ থাকে সকলোৰে,
অতিথিক সোধ পোচ কৰে অতি যতনেৰে।
শেষৰ কোঠাত থাকে জুই শালখন,
বাহিৰা লোকৰ নাই এই কোঠাত আসন।
ঘৰৰ মূল মানুহ থাকে এই কোঠাতে,
ৰন্ধা বঢ়া কৰা হয় ঘৰৰ এই ঠাইতে।
গাঁৱৰ মাজতে থাকে বৌদ্ধ বিহাৰ,
মূৰ্তি ৰাখে ওখ বেদীত নিত্য পূজাৰ।
বিহাৰত প্ৰধান ভিক্ষু থাকে এজন,
সহায়ক হিচাপে থাকে শ্ৰমণ একোজন।
শালিখেতি জীৱিকাৰ প্ৰধান সম্বল,
সাৰুৱা পথাৰত পায় অধিক ফচল।
দুবেলা দুসাজ ভাত প্ৰধান আহাৰ,
শাক পাত প্ৰিয় খাদ্য বোপা ককাৰ।
খাদ্য তালিকাত মাছ মাংসই ঠাই পায়,
খাবৰ কাৰণে কিন্তু জন্তু মৰা নিয়ম নাই।
ৰবি শস্য প্ৰচুৰ কৰি উপাৰ্জন বঢ়ায়,
পান তামোল কল আদিৰো লাভ পায়।

মহিলা সকল নিপুণ তাত শিল্পত,
পৰিয়ালৰ কপোৰ বৈ দিয়াত পাৰ্গত।
প্ৰতি মহিলাই বৈ লয় নিজৰ কাপোৰ,
আনে বোৱা কাপোৰ পিন্ধা কথা লাজৰ।
প্ৰতি তুৰুং গাঁৱত থাকে গাওঁবুঢ়া জন,
ৰাইজে নিৰ্বাচিত কৰে বয়সস্থ সজ্জন।
গাঁৱৰ মেল আদিত থাকে উচ্চ আসন,
বয়োবৃদ্ধৰ মেলে দিয়ে বিচাৰৰ ৰায় দান,
পাঠেক নামৰ থাকে বিষয়া এজন,
ধৰ্মীয় কামত ব্যস্ত থাকে সৰ্বক্ষণ।
'ঋাৰে' বুলি সমাজে তেওঁকে কৰে মান,
শাস্ত্ৰ ব্যাখ্যা কৰি পায় ৰাইজৰ সন্মান।
'ৰাবিক' নামৰ বিষয়া এজন গাঁৱত আছে,
ৰাইজৰ মেলৰ খা খবৰ সততে পাইছে।
বহল দুভাগ আছে তুৰুং সমাজত,
'টাইলুং' আৰু 'টাইঅই' নামে জনাজাত।
'দুকং' আৰু 'প্ৰাৰাই' নামেৰেও জানে,
আজিকালি বিভাগৰ কথা ৰাইজে নেমানে।
জুংকিং, নামচোম্, চাওপো, চিউমান্,
নানান ফৈদত বিভক্ত তুৰুং সমাজখন।
ফৈদৰ বিচাৰ কেৱল বিবাহত হয়,
কিয়নো একে ফৈদত বিবাহ নহয়।
সম্পত্তিৰ অধিকাৰ মাত্ৰ পুত্ৰসকলৰ,
সমান সমান ভাগ সকলো পুতেকৰ।
এভাগ সম্পত্তি ৰাখে পিতৃয়ে নিজৰ,
শেষ সময়লৈ লগত থকা সেই ভাগ পুত্ৰৰ।
বিবাহৰ দুবিধ নিয়ম আছে সমাজত,
'নম্‌চিউ' আৰু 'ফ্ৰাংৱা' নামে জনাজাত।
'নম্‌চিউ' বিয়াত খৰচ অধিক হয়,
সমৰ্থবান দৰাই এই বিয়া পাতিব লয়।
'ফ্ৰাংৱা' বিবাহত ধন অসুবিধা নাই,
ৰাইজক ভোজ দি বিয়াত মান্তি কৰায়।

'পাচাং' নামৰ মাজৰ লোক 'নম্‌চিউ'ত লাগে
ভোজ ভাতৰ প্ৰচুৰ যোগৰ হয় ভাগে ভাগে।
'গাধন'ক 'ফো' বুলি তুৰুং লোকে কয়,
'ফ্ৰাংৱা' বিবাহত টকাৰ পৰিমাণ বেচি হয়।
গাধনৰ পৰিমাণ পাঁচশলৈ হ'ব পাৰে,
দুখীয়া দুখৰ বাবে টকা পঞ্চাশত থিৰ কৰে।
ধৰ্ম বিশ্বাস উৎসৱ আদি টাই গোষ্ঠীৰ একে,
মৃতকৰ সংকাৰ আদিৰো পাৰ্থক্য নেথাকে।

**টোকা : টাই তুৰুং শব্দৰ অসমীয়া অনুবাদ**

| | | |
|---|---|---|
| ঝাৰে | : | ধৰ্মশাস্ত্ৰত জ্ঞান থকা বয়সস্থ লোক, বৌদ্ধ বিহাৰৰ উৎসৱত তেওঁ ভিক্ষুজনক সহায় কৰে। |
| বাৰিক | : | গাঁৱত বহা মেল আদিৰ খবৰ বাইজক জনায়। |
| টাইলুং, টাইঅই দুৰুং দ্ৰাৰাই | : | তুৰুং সমাজত পৰম্পৰা ভাবে দুটা ভাগ পূৰ্বতে আছিল। আজিকালি এই ভাগৰ বিচাৰ কোনেও নলয়। |
| নম্‌চিউ | : | দৰা কন্যাৰ পিতৃ-মাতৃৰ সন্মতি সাপেক্ষে পতা বিবাহ। এনে বিবাহত বহুত যা-যোগাৰ কৰিব লগা হয় আৰু খৰছ অধিক হয়। ধনী শ্ৰেণীয়ে এনে বিবাহ অনুষ্ঠিত কৰা দেখা যায়। |
| ফ্ৰাংৱা | : | ল'ৰা ছোৱালীৰ মনৰ মিল হৈ পলুৱাই আনি পতা বিয়া। একে ফৈদৰ নহ'লে বাইজে এনে বিয়াত বৰ আপত্তি নকৰে। |
| 'পাচাং' | : | খোজাবঢ়া কৰি পতা বিয়াত দৰা ঘৰ আৰু কন্যাঘৰৰ মাজত অহা যোৱা কৰি মধ্যস্থতা কৰা লোক। 'গাধন'ৰ পৰিমাণত তেওঁ ভূমিকা লয়। |
| ফো | : | বিয়াৰ দিনা দৰাই কন্যাৰ পিতৃ-মাতৃক দিয়া টকা আৰু আন বস্তু। |

— সমাপ্ত —

# পৰিশিষ্ট

## অসমৰ অনুসূচিত জনগোষ্ঠীৰ জনসংখ্যা আৰু শিক্ষিতৰ হাৰ - ২০০১ লোক পিয়ল অনুসৰি

| ক্ৰমিক নং | জনগোষ্ঠীৰ নাম | জনসংখ্যা | | | মুঠ জনগোষ্ঠীৰ শতাংশ | শিক্ষিতৰ হাৰ | | |
|---|---|---|---|---|---|---|---|---|
| | | মুঠ | পুৰুষ | মহিলা | | মুঠ | পুৰুষ | মহিলা |
| ১ | কাৰ্বি (মিকিৰ) | ৩,৫৩,৫১৩ | ১,৮০,১৩৬ | ১,৭৩,৩৭৭ | ১০.৬৮ | ৪২.৯৫ | ৫১.২৫ | ৩৪.৩১ |
| ২ | ডিমাচা | ১,১০,৯৭৬ | ৫৬,৮৭৬ | ৫৪,১০০ | ৩.৩৫ | ৪৯ ১৪ | ৫৭.২৮ | ৪০.৫৮ |
| ৩ | গাৰো | ২১,১১২ | ১০,৭৩৯ | ১০,৩৭৩ | ০.৬২ | ৪০.০৬ | ৪৪.৪৪ | ৩৫.৫২ |
| ৪ | হাজং | ২৫৬ | ১৩৯ | ১১৭ | ০.০১ | ৪৪.৫৩ | ৫৬.০৩ | ২৯.৯১ |
| ৫ | চাক্মা | ২,৪৭৮ | ১,৩২৯ | ১,১৪৯ | ০.০৭ | ১৫.১৩ | ২৪.০৭ | ৪.৭৯ |
| ৬ | (হা) মাৰ | ১৪,৪৬০ | ৭,৪২৯ | ৭,০৩১ | ০.৪৪ | ৭২.০৩ | ৭৬১৭ | ৬৭.৬৫ |
| ৭ | খাচী | ১২,৭২২ | ৬,৩৫৪ | ৬,৩৬৮ | ০.৩৮ | ২৭.৫৫ | ২৮.৬১ | ২৬.৪৯ |
| ৮ | যিকোনো কুকী জনগোষ্ঠী | ২৮,২৭৩ | ১৪,৬৬৬ | ১৩,৬০৭ | ০.৮৫ | ৬৫ ২৪ | ৭০.৪৩ | ৫৯.৬৫ |
| ৯ | যিকোনো মিজো (লুচাই) জনগোষ্ঠী | ২,৯৫৭ | ১,৫০৪ | ১,৪৫৩ | ০.০৮ | ৬২.৮০ | ৬৭.৫৫ | ৫৭ ৮৮ |
| ১০ | যিকোনা নগা জনগোষ্ঠী | ২১,৭০৬ | ১১,০৭৭ | ১০,৬২৯ | ০.৬৬ | ৪৭ ০৯ | ৫৫.৫১ | ৩৮.৩২ |
| ১১ | লাখেৰ | ১১ | ৫ | ৬ | ০.০১ | ৮১.৮ | ৮০.০০ | ৮৩.৩৩ |
| ১২ | চিনটেং | ৩৩৬ | ১৬৪ | ১৭২ | ০.০১ | ৫৮.৩৩ | ৬৫.৮৫ | ৫১.১৬ |
| ১৩ | মান্ (টাই ভাষী) | ৭৩৯ | ৩৭৫ | ৩৬৪ | ০.০২ | ৬৭.৫০ | ৭২.২৭ | ৬২.৬৩ |
| ১৪ | বড়োকছাৰী | ১৩,৫২,৭৭১ | ৬,৮২,৭১০ | ৬,৭০,০৬১ | ৪০.৮৮ | ৫১.৪৮ | ৫৯.৮১ | ৪৩.০০ |
| ১৫ | মিৰি (মিছিং) | ৫,৮৭,৩১০ | ২,৯৯,৭৯০ | ২,৮৭,৫২০ | ১৭.৭৬ | ৪৯.১২ | ৫৮.৪২ | ৩৯.৪৩ |
| ১৬ | ৰাভা | ২,৭৭,৫১৭ | ১,৪০,৬১৪ | ১,৩৬,৯০৩ | ৮.৩৯ | ৫৬.৩৭ | ৬৪.৩৩ | ৪৮.২০ |
| ১৭ | সোণোৱাল কছাৰী | ২,৩৫,৮৮১ | ১,১৯,৪৭০ | ১,১৬,৪১১ | ৭.১৩ | ৭০.৫২ | ৭৬.২২ | ৬৪.৬৬ |
| ১৮ | লালুং (তিৱা) | ১,৭০,৬২২ | ৮৫,৯৬৪ | ৮৪,৬৫৮ | ৫.১৬ | ৫১.৫৩ | ৫৯.৭৭ | ৪৩.১৭ |
| ১৯ | দেউৰী | ৪১,১৬১ | ২০,৮০৯ | ২০,৩৫২ | ১.২৪ | ৬৫.৪৬ | ৭২.৭২ | ৫৮.৩৩ |
| ২০ | মেচ | ৮,৯৯৭ | ৪,৫৯৭ | ৪,৪০০ | ০.২৮ | ৭০.৯৭ | ৭৬.০৯ | ৬৫.৬৪ |
| ২১ | হোজাই | ১,৮৮২ | ৯৩২ | ৯৫০ | ০.০৬ | ৬৩.০৭ | ৭০.৪৯ | ৫৫.৭৯ |
| ২২ | কাছাৰৰ বৰ্মন | ১৫,৮৭৭ | ৮,০২৪ | ৭,৮৫৩ | ০.৪৮ | ৫৬.১৫ | ৬১.৩২ | ৫০.৮৭ |
| ২৩ | অন্যান্য জনগোষ্ঠী | ৪৭,০১৩ | ২৪,৪১৪ | ২২,৫৯৯ | ১.৪৩ | ৫০.৫৪ | ৫৮.২৭ | ৪২.২০ |
| | অসমৰ মুঠ | ৩৩,০৮,৫৭০ | ১৬,৭৮,১১৭ | ১৬,৩০,৪৫৩ | | ৬২.৫ | ৭২.৩ | ৫২.৪ |